# সৎসম্প্ৰদায় কথা।





চৈতন্য সংগ্ৰহং দৃষ্ট্বা সংগ্ৰহং কৃষ্ণ ভাবিতৈঃ।
নৃসিংহ কৃত্য মালোক্য কথয়ামি কথামিমাং॥

পৰমভাগৱত ৺ভট্টদেৱ কবিৰত্ন-

বিৰচিত।

শ্ৰীলঘনুৰাম চৌধুৰী কৰ্ত্তৃক প্ৰকাশিত।

কামৰূপ।

মূল্য ।০ চাৰি আনা।



# পাতনি।

মই আজি এই সৰু পুথিখনি অসমীয়া ৰাইজৰ আগত প্ৰকাশ কৰিলোঁ। পুথিখনি আসাম দেশৰ বিখ্যাত ধৰ্ম্ম প্ৰচাৰক ভট্টদেৱৰ হাতৰ পৰা ওলোৱা। এনে এজন মহাপুৰুষে অত দিনৰ আগেয়ে, লিখি থৈ যোৱা এখন পুথি আজিলৈকে প্ৰকাশিত নোহোৱাই মই এই কাৰ্য্যত হাত দিয়াৰ প্ৰধান কাৰণ। মই প্ৰথমতে কামৰূপৰ বিখ্যাত বালি সত্ৰৰ অধিকাৰ পূজনীয় শ্ৰীযুক্ত মহাদেৱ গোস্বামীৰ পৰা এখন সাঁচীপতীয়া পুৰনি পুথি সংগ্ৰহ কৰি নকল কৰাই তাৰ নগাঁও জিলাৰ প্ৰসিদ্ধ ডিকহু সত্ৰত পোৱা আৰু এখন তুলাপতীয়া অতি পুৰণি পুথিৰ লগত ৰিজাই আৱশ্যকীয় পৰিবৰ্ত্তন কৰি এই পুথিখনি যুগুত কৰিছোঁ। দুয়োখনি পুথিৰ পৰা সঙ্গত আৰু শুদ্ধ পাঠ উদ্ধাৰ কৰিবৰ নিমিত্তে অলপো যত্নৰ ত্ৰুটি কৰা নাই। এই পুথিখনিত বৈষ্ণৱ ধৰ্ম্মৰ উৎপত্তি আৰু আসাম দেশত বৈষ্ণৱ ধৰ্ম্ম কাৰ দ্বাৰা কেনেকৈ প্ৰচাৰিত হ'ল, সেই বিষয়ে অসমীয়া গদ্যত সুন্দৰকৈ লিখা আছে; আশা কৰো পাঠক সকলে এই দেশত প্ৰচলিত বৈষ্ণৱ ধৰ্ম্ম সম্বন্ধে এই পুথিৰ পৰা প্ৰকৃত তত্ত্ব জানিব পাৰিব আৰু এই দেশত কিহৰ পৰা; বামুনীয়া

আৰু মহাপুৰুষীয়া দুটা দলৰ সৃষ্টি হয়, সেই বিষয়েও আচল কথা জানিব পাৰিব। অসমীয়া ৰাইজে এবাৰ পুথিখনি উদাৰ ভাবেৰে পঢ়ি চালে, মোৰ পৰিশ্ৰম আৰু ব্যয় সাৰ্থক হল বুলি ভাবিম।

শ্ৰীলম্বোদৰ... 

শ্ৰীলঘমুৰাম চৌধুৰী।

# সূচী।


| বিষয়। | | পিঠি। |
|---|---|---|
| ১। | প্রথম অধ্যায়—বেদোৎপত্তি প্রকরণ ... | ১ |
| ২। | দ্বিতীয় অধ্যায়—ব্যাসচিত্ত শান্তি ... | ৫ |
| ৩। | তৃতীয় অধ্যায়—পুরাণ সূৰ্য্য প্রকাশ ... | ৯ |
| ৪। | চতুর্থ অধ্যায়—বৌদ্ধ খণ্ডন ... | ১২ |
| ৫। | পঞ্চম অধ্যায়—পরমহংসধৰ্ম্ম প্রকাশ ... | ১৯ |
| ৬। | ষষ্ঠ অধ্যায়—গীতাভাগবতীয় টীকা প্রকাশ | ২২ |
| ৭। | সপ্তম অধ্যায়—চৈতন্য নির্ণয় ... | ২৫ |
| ৮। | অষ্টম অধ্যায়—দামোদর সম্প্রদায় ... | ৩৩ |
| ৯। | নবম অধ্যায়—ভক্তি প্রকাশ ... | ৩৮ |
| ১০। | দশম অধ্যায়—মাধব নির্য্যাণ ... | ৪২ |
| ১১। | একাদশ অধ্যায়—দামোদরী সম্প্রদায় প্রকাশ | ৪৯ |

# সৎসম্প্ৰদায় কথা।



## প্ৰথম অধ্যায়।

### বেদোৎপত্তি প্ৰকৰণ।

শ্ৰীশ্ৰীকৃষ্ণায় নমঃ।

মায়াৰটীগুণ্ঠিতপ্ৰেমমালাং ছিন্নাশ্বজায়াসুতবান্ধৱানাং।
ভক্তিং কুৰুধ্বং হৰিপাদপদ্মে সত্ৰে সদাচাৰ্য্যমুপাস্যলোকাঃ॥
চৈতন্যসংগ্ৰহং দৃষ্ট্বা সংগ্ৰহং কৃষ্ণ ভাৰতেঃ।
নৃসিংহকৃত্যমালোক্য কথয়ামি কথামিমাং॥

শ্ৰীকৃষ্ণৰ চৰণাৰবিন্দত প্ৰণাম কৰি সৎসম্প্ৰদায় কথা সংক্ষেপে কহোঁ শুনা। লোকত শৈৱ, শাক্ত, বৈষ্ণৱ আদি অনেক পন্থ আছে; তাতে সংসাৰ-নিস্তাৰ হেতু নিষ্কাম বৈষ্ণৱ পন্থক শ্ৰেষ্ঠ বুলি কহে। তাতে মন্ত্ৰ জপ একবিধ, পঞ্চৰাত্ৰৰ মত। নাম মন্ত্ৰ জপ একবিধ, বিষ্ণুযামলৰ মত। তাৰে মন্ত্ৰ জপত ৰহস্য অস্ফুট কঠিনাক্ষৰ, তাৰ সাধন অৰ্চ্চন

বন্দনাদিতো বহু আনন্দ নাই। প্ৰাই মুক্তি সাধক। নাম মন্ত্ৰ জপত স্পষ্ট কোমল নামাক্ষৰ, তাৰ সাধন শ্ৰৱণ-কীৰ্ত্তনাদিতো বহু আনন্দ মিলে। প্ৰাই ভক্তি-সাধক। এতেকে কলিত, কতো বিষ্ণু অংশী, কতো পাৰ্ষদাংশী, কতো যোগেশ্বৰাংশী, বহু মহন্ত অৱতৰি, কেৱল নাম জপ পন্থ দেখাই, শ্ৰৱণ কীৰ্ত্তন আনন্দ ৰস পান কৰাই, লোকক তাৰিলা; তাৰাৰ শিষ্য সম্প্ৰদায় পাচত কহিম। এখন কেৱল নাম জপ পন্থত শ্ৰৱণ-কীৰ্ত্তন সৰ্ব্ব ধৰ্ম্মতঃ অধিক, বেদপ্ৰমাণ, হেন দেখাইতে, বেদৰ উৎপত্তি সম্প্ৰদায় কহোঁ শুনা। আদি পুৰুষৰ প্ৰথম নিশ্বাসত মুখ হন্তে বেদ জন্মিলা; সেই বেদক তেহোঁ বিৰাটৰ জীৱাত্মা ব্ৰহ্মাত কহিলা; ব্ৰহ্মাএ চাৰিমুখে উচ্চাৰন্তে চাৰিমূৰ্ত্তি ভৈলা; সেহি বেদৰ নাম শুনা ঋক্, যজুস্, সাম, অথৰ্ব্ব, এহি চাৰি ৰূপ ভৈলা; ইহাৰ শৰীৰ কহোঁ শুনা; শিক্ষা শাস্ত্ৰে পাদ, কল্প শাস্ত্ৰে হস্ত, ব্যাকৰণে মুখ, নিৰুক্ত শাস্ত্ৰে হৃদয়, জ্যোতিষে চক্ষু, ছন্দোবিৱৃত্তি শাস্ত্ৰে শিৰ, এহি ছয় অঙ্গ ভৈলা। মীমাংসাদি শাস্ত্ৰে বেদৰ শুভ-লক্ষণ ভৈলা। কৰ্ম্মকাণ্ড, দেৱতাকাণ্ড, জ্ঞানকাণ্ড, এহি বেদৰ তিনি কাণ্ড ভৈলা। প্ৰবৃত্তি নিবৃত্তি দুই

পন্থ ভৈলা। পাচে ব্ৰহ্মাএ সেই ষড়ঙ্গ মূল বেদক পুত্ৰসবক পঢ়াইলা। পাচে মৰিচ্যাদি পুত্ৰসবে সৃষ্টিৰ কাৰণে বেদৰ প্ৰবৃত্তি পন্থ দেখাইলা। সনকাদি পুত্ৰে জীৱৰ মুক্তিৰ কাৰণে নিবৃত্তি পন্থ দেখাইলা। ইহাৰ ভেদ কহোঁ শুনা। সকামে বেদৰ বিহিত কৰ্ম্ম কৰি পুণ্যলোক পাৱে। পুণ্য ক্ষয় ভৈলে নৰলোকক আসে, পূৰ্ব্ব বাসনা মুগুচে, কৰ্ম্মকৰি পুনু আসে, পুনু যাই। আৰু বেদৰ অবিহিত পাপকৰ্ম্ম কৰি পাপলোক পাৱে। প্ৰাৰব্ধ পুণ্যৱশে পাপ ক্ষয় ভৈলে নৰলোকক আসে, পাপ বাসনা নুগুচে। কাৰণ কুঞ্জৰৰ শৌচ প্ৰাই পুনু পাপ কৰ্ম্ম কৰি পাপলোক পাৱে; এহি জীৱৰ প্ৰবৃত্তি আৰু জীৱৰ উপাধি দেহৰ প্ৰবৃত্তি কহোঁ শুনা; বিহিত যজ্ঞৰ ধূমে ৰবিমণ্ডলত মেঘ হুইয়া বৃষ্টি কৰে; তাত হন্তে শস্যোৎপত্তি হয়, তাত হন্তে জীৱৰ উপাধি দেহ হয়। দেহত হন্তে দেহান্তৰ প্ৰবৃত্তি যাই; এহি ৰূপে প্ৰবৃত্তি পন্থৰ প্ৰকাৰ বুঝিবা। নিবৃত্তি পন্থ শুনা, নিষ্কামে বিহিত নিত্যনৈমিত্তিক কৰ্ম্মক ঈশ্বৰত অৰ্পণা কৰিলে, চিত্ত শুদ্ধ হয়, অবান্তৰ জ্ঞান মিলে, তাত হন্তে ঈশ্বৰত ভক্তি হয়, পাচে ঈশ্বৰৰ

প্ৰসাদে নিৰ্গুণ জ্ঞানক লভে। তাত হন্তে পুণ্য বাসনা পাপ বাসনা দুয়ো গুচে, এতেকে জীৱে স্বৰ্গত নৰকত জন্ম যাতনা এৰাই আনন্দময় বিষ্ণুলোক পাৱে; এহি বেদৰ নিবৃত্তি পন্থ বুঝিবা। হে নৰনাৰীসব দেখা, ধৰ্ম্ম, অৰ্থ, কাম, মোক্ষ সাধন চাৰি বেদ; তাৰে প্ৰবৃত্তি পন্থে গৈলে সংসাৰী হোৱে, নিবৃত্তি পন্থে গৈলে সংসাৰ যাতনা এৰাই। আকে জানি দুৰ্লভ নৰতনু ব্ৰেথা নকৰি সৎসঙ্গত বসি হৰি বোল হৰি।

বন্দে বিশ্বেশ্বৰং বিষ্ণুং বিশ্ববিদ্যাবিশাৰদং।
বিশ্ববেদো বিধানায় বেদো যন্মুখতোঽজনি॥
ইতি সৎসম্প্ৰদায়কথায়াং বেদোৎপত্তিপ্ৰকাৰণো নাম
প্ৰথমোঽধ্যায়ঃ।

—o—

# দ্বিতীয় অধ্যায়।

## ব্যাসচিত্ত শান্তি।

পাচে সত্য ত্রেতা দুই যুগত মূল বেদ প্রবর্ত্তি আছিল। দ্বাপৰ যুগত অল্পায়ু অল্প বুদ্ধি লোকে অগাধ মূল বেদক অভ্যাসিবে নাপাৰে কাৰণ লোকৰ একো পুৰুষাৰ্থ নঘটে। সৃষ্টি নাশ যাই দেখি ব্ৰহ্মাদিদেৱে প্ৰাৰ্থিলে। পাচে ঈশ্বৰ পৰাশৰৰ পৰা সত্যৱতী ভাৰ্য্যাত কলা ৰূপে বেদব্যাস অৱতৰি মূল বেদৰ শাখা ভাঙ্গি সুগম সংহিতা শাস্ত্ৰ ৰচিলা আৰু সৰ্গ, বিসৰ্গ, বংশ, মন্বন্তৰ, বংশানুচৰিত্ৰ, এহি পঞ্চ লক্ষণ পাতি পুৰাণ সংহিতা ৰচিলা আৰু বেদৰ ইতিহাস তুলি অষ্টাদশ ভাৰত ৰচিলা। সবাকো শিষ্য পৰম্পৰাএ প্ৰৱৰ্ত্তাইলা। পাচে সুগম সংহিতা শাস্ত্ৰক অভ্যাসি নৰলোকে বেদৰ বিহিত কৰ্ম্ম আচৰি দেৱলোকৰো যজ্ঞভাগ সাধি আপোনাৰো পুৰুষাৰ্থ সাধিলা। এতেকে সৃষ্টি ৰহিলা। এহিৰূপে ব্ৰহ্মাৰ দিনৰ আদিত দ্বাপৰ যুগত ব্যাসদেৱে সকল

লোকৰ হিতাৰ্থে সুগম সংহিতা শাস্ত্ৰ কৰে ; তথাপি বহুকাল তান চিত্তত বিষাদে নুগুচে ; পাচে যি কালত যাৰ উপদেশে বিষাদ গুচিল তাক কহোঁ শুনা । চতুৰ্থ হাজাৰ যুগে ব্ৰহ্মাৰ এক দিন ; ৰাত্ৰিয়ো এহি মানে ; সেই নিয়মে দিন ৰাত্ৰি লেখি পক্ষ মাস বৎসৰ কল্পি সেই পৰিমাণ একশত বৎসৰ ব্ৰহ্মাৰ পৰমায়ু ; তাকে দ্বিপৰাৰ্দ্ধ কাল বোলে। তাৰে পৰাৰ্দ্ধ পঞ্চাশ বৎসৰ পুৰ্ণে আছে। পূৰ্ব্বাৰ্দ্ধ পঞ্চাশ বৎসৰৰ অবসান। দিনৰ দুই প্ৰহৰ গৈলে দ্বাপৰ যুগত ব্যাসদেৱে বদৰিকাশ্ৰমত নাৰদত বিষাদৰ হেতু পুচিলা । নাৰদে বোলন্ত হে ব্যাস তুমি বেদৰ নিবৃত্তি পন্থক শ্ৰেষ্ঠ কৰি নকহিলা। তোমাৰ প্ৰবৃত্তি পন্থৰ শাস্ত্ৰক সাৰ মানি বহুলোক সংসাৰী হৈল। এতেকে তোমাৰ বিষাদ নুগুচে। এখন তুমি হৰিৰ গুণনাম প্ৰধান কৰি সকল পুৰাণৰ সাৰ ভাগৱত নাম মহাপুৰাণ কৰাঁ ; তেবেসে তোমাৰ বিষাদ গুচিবেক। এহি নাৰদৰ উপদেশ শুনি ব্যাসদেৱে সকল পুৰাণৰ সাৰ হৰিগুণ নাম প্ৰধান কৰি ভাগৱত নাম মহাপুৰাণ ৰচিলা। যদি বোলা নাৰদে কোন কালত কাৰ উপদেশে

ভাগৱত শাস্ত্র জানি ব্যাসত কহিলা, তাক শুনা। ব্ৰহ্মাৰ জন্ম দিনক ব্ৰাহ্মকল্প বোলে। পৰ দিনক পদ্মকল্প বোলে। তাৰে অৱান্তৰ বৰাহ কল্পকো তাতে বুঝিবা। সেই পদ্ম কল্পতে শ্ৰীনাৰায়ণে জীৱ, ঈশ্বৰ, মায়া, মায়া তৰণৰ উপায়, এই চাৰি ৰহস্য অৰ্থৰ চাৰিটি শ্লোকে সংক্ষেপে ব্ৰহ্মাদেৱৰ আগত কহিলা। তেহোঁ কিছো বিস্তাৰি নাৰদত কহিলা। নাৰদে তাকে নৱ লক্ষণ পাতি ব্যাসত কহিলা। এহি বৈকুণ্ঠী সম্প্ৰদায়। আৰু সেই পদ্ম-কল্পৰ অৱান্তৰ বৰাহ কল্পতে পাতাল পুৰত শ্ৰীঅনন্তে সেই ভাগৱতক সনকাদিত কহিলা। সনকে সাংখ্যায়নত কহিলা; সাংখ্যায়নে পৰাশৰত কহিলা। পাচে পৰাশৰ হন্তে মৈত্ৰেয়ে জানি কলিত শ্ৰীকৃষ্ণৰ আদেশে বিদুৰত সেই ভাগৱত কহিলা। ইহাকে পাতালী সম্প্ৰদায় কহে। পাচে ব্যাসে দুয়ো সম্প্ৰদায়ৰ ভূত ভবিষ্যৎ কথা নাৰদৰ উপদেশে একত্ৰ কৰি সৰ্গ, বিসৰ্গ, স্থান পোষণ, উতি, মন্বন্তৰ, ইশানু কথা, নিৰোধ, মুক্তি, আশ্ৰয়, এহি নৱ লক্ষণ ভেদ কৰি আদি অন্তে ব্ৰহ্মবিদ্যা গায়ত্ৰী বান্ধি বাৰে কন্ধ মহাপুৰাণ ভাগৱত শাস্ত্ৰ ৰচি দ্বাপৰৰ আদিতে

আপোনাৰ পুত্ৰ শুকদেৱক পঢ়াইলা। এতেকে ভাগৱত সহিতে পুৰাণো অষ্টাদশ হৈলা। ব্যাস-দেৱৰো চিত্তৰ বিষাদ গুচিল। অন্য পুৰাণৰ পঞ্চ লক্ষণ। বক্তা ভৈলা ৰোমহৰ্ষ। শ্ৰীভাগৱতৰ নৱ লক্ষণ, বক্তা শুকদেৱ। অষ্টাদশপৰ্ব্ব ভাৰতৰ বক্তা ভৈলা বৈশম্পায়ণ। এহি শাস্ত্ৰভেদ বুঝিবা আৰু সেই দ্বাপৰতে নাৰদৰ উপদেশে বাল্মিকী নামে ঋষি সাতকাণ্ড ৰামায়ণ ৰচি চিত্তশান্তি লভিলা। হে নৰনাৰীসব দেখা ঈশ্বৰৰ কলা বেদব্যাসৰো শাস্ত্ৰৰ জ্ঞানবলে চিত্তৰ বিষাদ নুগুচিল; যাৰে নাৰদত উপদেশ নলৈল মানে। আকে জানি বহু শাস্ত্ৰত প্ৰয়াস এৰি কেৱল সন্তৰ উপদেশ সাৰ মানি চিত্ত থিৰ কৰি হৰিবোল হৰি।

ব্যাসতুল্যোঽপি যো বিদ্বান্ তস্য চেতো ন শাম্যেৎ।
বিনাসদুপদেশেন তস্মাৎ সন্তং সমাশ্ৰয়েৎ॥

ইতি সৎসম্প্ৰদায়কথায়াং বেদশাখাবিভাগসমুচ্চয়ে
ব্যাস-চিত্তশান্তিৰ্নাম দ্বিতীয়োঽধ্যায়ঃ॥

——*——

# তৃতীয় অধ্যায়।

## পুৰাণ সূৰ্য্য প্ৰকাশ।

দ্বাপৰ যুগ গৈলে এই কলিযুগ প্ৰৱৰ্ত্তিল। ইহাতে শ্ৰীকৃষ্ণে পুৰ্ণে আসিছিল। যদি বোলা গত কলিযুগত কিহেতু ঈশ্বৰ পুৰ্ণে নাহে। তাক বিষ্ণুপুৰাণে কহে শুনা। বিষ্ণুএ বোলন্ত ভূভাৰ হৰণ অল্প কাৰ্য্য; মোৰ অংশস্বৰূপ কেশে কৰিবে পাৰে বুলি, ধলা কলিয়া দুই ডালি কেশক যদু কুলত পাঞ্চি দিলা। তাৰে ধলা কেশে ৰাম, কলিয়া কেশে কৃষ্ণ দুই ভূমিৰ ভাৰ হৰি ধৰ্ম্মকো ৰাখি পুনু বিষ্ণুতে লীন গৈলা। ইবাৰ কলিত সৰ্ব্বাৱতাৰ কাৰণ শ্ৰীকৃষ্ণ ব্ৰহ্মানন্দ মূৰ্ত্তি গোলোক বৈকুণ্ঠ হন্তে নৰৰূপে অৱতৰি ঐশ্বৰ্য্য, ধৰ্ম্ম, যশ, শ্ৰী, জ্ঞান, বৈৰাগ্য, এইষড় ঐশ্বৰ্য্যক পুৰ্ণৰূপে দেখাইলা। নিজ যশ প্ৰকাশি দেৱ, দৈত্য, দানৱ, ৰাক্ষস, নৰ, পশু, পতঙ্গ, তৰু, তৃণ, লতা, সমস্তকে তাৰিলা। ভূমিৰো মহাভাৰ সংহৰি ধৰ্ম্মকো পুৰ্ণে ৰাখিলা। ভাৰত

ভূমিৰ জীৱক কৃপায়ে নিজগুণ প্ৰকাশ কৰি উদ্ধৱত ভাগৱত কহিলা; তাতে মৈত্ৰেয়কো পাই বিদুৰত ভাগৱত কহিবে আদেশিলা। এহিৰূপে ভাৰতৰ লোক সমস্তক কৃপায়ে পুৰাণ সূৰ্য্যক পৃথিবীত থই গোকুল মথুৰা দ্বাৰকাবাসি সমে কৃষ্ণ সূৰ্য্য অস্ত গৈলা। উদ্ধৱক মাত্ৰ ধৰ্ম্ম ৰক্ষাৰ্থে ইঠাইতে থৈলা। অদ্যাপিয়ো বদৰিকাশ্ৰমত নৰনাৰায়ণৰ সত্ৰত ভাগৱত শুনি আছে। পাচে শ্ৰীকৃষ্ণ যাইবাৰ জানি পৰীক্ষিতক ৰাজ্য দি যুধিষ্ঠিৰাদিয়ো স্বৰ্গে গৈল। পাচে কলিৰ ছয় কুৰি বৎসৰ গৈলে গঙ্গাৰ দ্বাৰত মৈত্ৰেয়ে অনন্তৰ পাৰাৱত সম্প্ৰদায়ে ভাগৱত বিদুৰত ৰহস্তে কহিলা। এতেকে ভূমিত প্ৰকাশ নহৈল। পাচে এই ভবিষ্যত কথা নাৰদৰ মুখে ব্যাসে শুনি বৈকুণ্ঠী সম্প্ৰদায় সহিতে এক কৰি লিখি দ্বাপৰৰ আদিতে শুকদেৱক পঢ়াই থৈছিল। পাচে কলিৰ আঠকুৰি বাইশ বৎসৰ গৈলে গঙ্গাতীৰত ব্ৰহ্মসভাত বসি শুকদেৱে সেই ভাগৱতক পৰীক্ষিতত কহিলা। তাতে উগ্ৰশ্ৰৱা সূতক যোগ্য দেখি ভাগৱত কৈবাক আদেশি গৈল। যদি বোলা শুকদেৱে অকুলীন সূতক ভাগৱত কৈবে কিয় আজ্ঞা কৰিলে, তাৰ

উত্তৰ ব্ৰহ্মাণ্ড পুৰাণে কহে শুনা ; পৃথুৰাজা ক্ষত্ৰিয় তান যজ্ঞত ইন্দ্ৰ আহুতি সমে বৃহস্পতিৰ আহুতি মিশ্ৰ কৰি হোম দিলে ; তাতে ৰোম-হৰ্ষণ জাত ভৈলা। ঋষিয়ে মূলবেদৰ পাঠক নহৈল ; কিন্তু বেদৰ সংহিতা পুৰাণ পাঠক হৈল ; এতেকেসে শুকদেৱে তান পুত্ৰ উগ্ৰশ্ৰৱা সূতক ভাগৱত কৈবে আদেশিলা। পাচে কলিৰ ডেৰ হাজাৰ বৎসৰ গৈলে নৈমিষাৰণ্যত শুকদেৱৰ আজ্ঞায়ে সেই সূতে ষড় সম্প্ৰদায় তুলি সৌনকাদি মুনিসৱত কহিলা ; তাতে বহু ব্ৰাহ্মণ শ্ৰোতা ভৈল, কাৰণ পুৰাণ-সূৰ্য্য পৃথিবীত বহু প্ৰকাশ ভৈল। আনো ধৰ্ম্মশাস্ত্ৰ মানে তান অনুৱৰ্ত্তি হই পৃথিৱীত প্ৰকাশিল। এতেকে কলিত বৰ্ণাশ্ৰম-ধৰ্ম্মতো অধিক ভক্তি-ধৰ্ম্ম প্ৰৱৰ্ত্তিল। আকে জানি পুৰাণ সূৰ্য্যক প্ৰণামি হৰিবোল হৰি।

বন্দে ভাগৱতং শাস্ত্ৰং পুৰাণাৰ্কমিহোদিতং।
যৎপ্ৰকাশাৎ সৰ্ব্বধৰ্ম্মাৎ ভক্তিধৰ্ম্মোঽতিৰিষ্যতে॥

ইতি শাস্ত্ৰোৎপত্তিসম্প্ৰদায়কথায়াং
পুৰাণসূৰ্য্যপ্ৰকাশো নাম
তৃতীয়োঽধ্যায়ঃ।

—০—

# চতুৰ্থ অধ্যায়।

## বৌদ্ধ খণ্ডন।

লোকাশ্চ সম্প্ৰদায়ঞ্চ কথঞ্চিন্নিহ সাধনাং।
সম্প্ৰদায়ং প্ৰবক্ষ্যামি লোকানুগ্ৰহকাৰকং॥

পাচে কলিৰ তিন হাজাৰ আঠ শত বাৱন্ন বৎসৰ গৈলে দেবাংশী বিক্ৰমাদিত্য ৰাজা ভৈল; যাৰ নৱ-ৰত্ন সভাৰ কীৰ্ত্তি অদ্যাপিয়ো আছে। সেই ৰাজাৰ দিনত কাশীদেশত কলিৰ মূৰ্ত্তি বৌদ্ধ প্ৰৱল হুই ধৰ্ম্মশাস্ত্ৰমানে সকল দেশৰ আগ্ৰহি আনি বৈদ্য-নাথৰ গিৰি গুহাত পেলাই মুদদি ঢাকি থৈল। পাচে বৌদ্ধে পাশুপত্ৰ নামে শাস্ত্ৰ দেখাই বেদৰ বিহিত ধৰ্ম্ম নাশ কৰি সকল লোকক ম্লেচ্ছ কৰিলেক। সেই বেলা তাৰ ভয়ে বিবেকিসবে মনে সদাশিৱক আৰাধিলা। পাচে ধৰ্ম্মনাশ যাইবে দেখি সদাশিৱে পাৰ্ব্বতীৰ সাপ ছলে কাশীৰ দক্ষিণ ভাগে এক ব্ৰাহ্মণীত ঔৰষ বিনাই জন্মিলা। উপজি বোলন্ত "হে মাতঃ কিমদ্মি"। ব্ৰাহ্মণী বিস্ময় হুই বোলে

"বৎস মা বদ"। মাতৃৰ এই আজ্ঞা মানি বাৰ বৎসৰ নামাতে দেখি পগলা বুলি মাতে। পাচে একদিনা ব্ৰাহ্মণী শাক ভিক্ষাক গৈলা। তান গৃহে ভিক্ষাৰ্থে ক্ষপণকাচাৰ্য্য আসিলা। পাগলা বালকক দেখি মনে গুণিলা মাতিলে মাতৃৰ আজ্ঞা ছন্ন যাই, নামাতিলে ভিক্ষুক আচাৰ্য্য বিমুখে যাই। এহি ধৰ্ম্ম শঙ্কটত মাতিলা।

একা ক্ষপণক শকোহৰ্ত্তা তত্ৰ ক্ষপণক দশকাকাশা।
যত্ৰ ক্ষপণক দশকাকাশা তত্ৰ ক্ষপণক কাশাকাশা॥

এই শুনি দৰিদ্ৰ বুলি আচাৰ্য্য অন্য গৃহে গৈলা। পাচে তান মাতৃ ভিক্ষালই আসিল। লগৰ বালকসবে কৈল বোলে মাই তোমাৰ পগলাই আজি মাতিছে। ব্ৰাহ্মণী শুনি বালকক বোলে "বৎস কা বাৰ্ত্তা"? বালক বোলে—

"অস্মিন্ মহামোহময়ে কটাহে সূৰ্য্যাগ্নিনাৰাত্ৰিদিবেন্ধনেন।
মাসৰ্ত্তু দৰ্ব্বীপৰিবট্টনেন ভূতানি কালঃ পচতীতি বাৰ্ত্তা॥"

ব্ৰাহ্মণী শুনি বোলে নামাতে দেখিহে পগলা বোলো, মহা সুবুদ্ধি বালক; এই বুলি স্নান ভোজন কৰাই বস্ত্ৰ পিন্ধাই গোবিন্দ মুণ্ডনাচাৰ্য্যৰ ঠাঁই পঢ়িবে দিলা।

মুণ্ডনাচাৰ্য্যে সিদ্ধিফলিত পাঠ দিলা। পাঠ দি বোলে বালক অ আ ই ঈ উ ঊ ক্ৰমে পঢ়াঁ। বালকে বোলে গুৰু কমনে পঢ়িম চল নাপাওঁ। অ অক্ষৰে নিৰাকাৰ ব্ৰহ্মকে কহে। তাত শব্দ-ব্ৰহ্মৰ প্ৰবৃত্তি নচলে। আ অক্ষৰে সাকাৰ প্ৰকৃতিক কহে। তাতেহে শব্দ-ব্ৰহ্মৰ প্ৰবৃত্তি। আগে আ পঢ়ি পাচে অ পঢ়িবে চল পাওঁ ; ব্যতিক্ৰমে কেমনে পঢ়িম। এইৰূপে অ আ দুটি অক্ষৰতে সাত দিন বালকে সহিতে বাদ কৰি ভঙ্গাইবে নাপাৰি মুণ্ডনাচাৰ্য্যে সমাধি ধৰিলা। তাতে সদাশিৱে দেখা দি বোলে হে মুণ্ডন কেনে খেদ কৰহ যে পগলা বালক সেই মঞি। মোক তঞি কি বাদে পাবস। পাচে মুণ্ডনাচাৰ্য্যে এই দেখি সমাধি এৰি বোলে কি দেখিলো ; ভাল আৰু বাদ কৰি চাওঁ। এই বুলি বাদ কৰন্তে দেখে বালকৰ পঞ্চমুখ, শিৰে জটা, হাতে ত্ৰিশূল, গাৱে ভস্ম, কটিত বাঘচাল—এই চিন সাক্ষাতে দেখি মুণ্ডনাচাৰ্য্যে দণ্ডৱতে প্ৰণাম কৰি বোলে প্ৰভু তুমি ঈশ্বৰ সদাশিৱ। মঞি নাজানি তোমাৰ লগে বাদ কৰোঁ। অপৰাধ ক্ষমা কৰাঁ ; এই বুলি তুতি নতি কৰি শঙ্কৰাচাৰ্য্য নাম দিলা। তাক্কে গুৰু কৰি বেদান্তৰ

সূত্ৰ মানে পঢ়িবে লৈলা। এহি ৰূপে আনো ব্ৰহ্মচাৰী সন্ন্যাসী আসি তাঙ্কে গুৰু কৰিলা। পাচে শঙ্কৰাচাৰ্য্যে বেদান্তৰ ভাষ্য কৰি ভাষ্যকাৰ নাম লৈলা। পাচে আনন্দ লহৰী ক্ৰমে গোপালস্তৱ, শিৱস্তৱ, দুৰ্গাস্তৱ, ভুজঙ্গস্তৱ, সূৰ্য্যস্তৱ, আনো স্তৱ কৰি শিষ্যবৰ্গক দিলা। পাচে শিষ্য সমে দক্ষিণে চলিলা। সি দেশৰ কৰ্ম্মকাণ্ডী ঈশ্বৰৰ পন্থ নাজানে দেখি নদীৰ কূলত বৃক্ষৰ মূলত বসিলা। পাচে শিষ্য পঠাই ভিক্ষা খুজি নাপাই আপোনাৰ পাৰিষদ নন্দীক স্মৰিলা। পাচে নন্দী আসিলা ধোবা হুই নদীত কাপুৰ ধুইবে নামিলা; শঙ্কৰাচাৰ্য্যে দেখি পদুমা নাম কাঢ়ি মাতিলা; পদুমা আসি প্ৰণাম কৰি বোলে গুৰু কিবা আজ্ঞা। শঙ্কৰে বোলে এই ব্ৰাহ্মণবৰ্গক বাদ কৰি ভঙ্গ কৰ। এই শুনি পদুমা যাই ব্ৰাহ্মণসবক বাদ কৰি ভঙ্গাইলা। পাচে ব্ৰাহ্মণসবে বোলে তোমাৰ কিবা নাম। পদুমাই বোলে মোৰ নাম গুৰু সে জানে; ব্ৰাহ্মণে বোলে তোমাৰ গুৰু কৈত আছে। পদুমায়ে বোলে নদীৰ কূলত এই বৃক্ষৰ মূলত আছে। এহি শুনি ব্ৰাহ্মণসবে হাতে হাতে উপায়ন লই বৃক্ষমূলে

যাই শঙ্কৰাচাৰ্য্যক প্ৰণাম কৰি জ্ঞান পুচিলা। শঙ্কৰাচাৰ্য্যে বোলে ব্ৰাহ্মণৰ গুৰু নহওঁ ৰাজাৰো গুৰু নহওঁ। এই পদুমায়ে তোমাৰ গুৰু। এহি বুলি দক্ষিণ মঠৰ আচাৰ্য্য পাতি পদ্মাচাৰ্য্য নাম দি বাৰাণসীক গৈলা। তৈৰপৰাই বৌদ্ধে শুনি শঙ্কৰাচাৰ্য্যক ভোজন কৰাবা নিলে, শঙ্কৰাচাৰ্য্য যাইবে দেখি বৌদ্ধে পাতত অন্ন দিছে মানুষৰ মুণ্ডৰ খোলাত জল দিচে। পাচে দ্বন্দ্ব লগাই সেই জল গুচাই আপুনাৰ কমণ্ডলুৰ জলে আচান্ত কৰি বসিলা; বৌদ্ধে দেখি বোলে ভাল ভাল আমাৰ শাস্ত্ৰক নিন্দা কৰস ভোজন কৰি তোৰ লগে বাদ কৰো, যাৰ শাস্ত্ৰ মিচা হুই ৰাজা তাকে কাটিবে। শঙ্কৰাচাৰ্য্যে বোলে "এবমস্তু"; আমিও ভোজন কৰি বাদ কৰিম। এই কথা বান্ধি সবে কাশীৰাজাৰ দ্বাৰে গৈলা। ৰাজাও বৌদ্ধৰ শিষ্য। দ্বাৰত দুই স্তম্ভ পুতি দুখান কৰত্ আড়ি বাদ কৰিবে দিলা। তাতে শঙ্কৰাচাৰ্য্যৰ বৌদ্ধৰ লগে বাদ ভৈলা; পাচে বৌদ্ধে ভঙ্গ হুই ভঙ্গ নামানে দেখি শঙ্কৰাচাৰ্য্যে বোলে এই মঠ গোট সাক্ষাতে আছে। আতে উঠি ঝাম্প দিয়া। যাৰ হাত পাও নাভাঙ্গে তাৰেহে শাস্ত্ৰ সত্য। এই

শুনি বৌদ্ধে বোলে ভাল ভাল। তোমৰা উঠি আগে ঝাম্প দিয়া আমি চাওঁ, পৰে আমিও উঠি ঝাম্প দিম। এই শুনি শঙ্কৰাচাৰ্য্যে পদুমাক উঠিবে পাচিলা। পাচে পদ্মাচাৰ্য্যে যাই মঠে উঠি বোলে "যদি বেদাঃ প্ৰমাণস্তুঃ" এই বুলি ঝাম্প দিলা, তাতে পদুমাৰ বাম পাও কিছো খোৰাই দেখি বৌদ্ধে ভঙ্গ নামানে। পাচে শঙ্কোৰাচাৰ্য্যে বোলে বেদত কিছো সংশয় নাই। "যদি" পদ উচ্চাৰণে সংশয় মিলিল, এতেকেহে পদুমাৰ কিছো পাও লৰিল, এহি বুলি পদুমাক উঠিবে পুনু পাচিলা। পাচে পদুমা গুৰুক প্ৰণাম কৰি মঠে উঠি বোলে হে গঙ্গে তুমি সাখী "ঈশ্বৰো সত্যঃ বেদাঃ প্ৰমাণ-প্ৰমাণপ্ৰমাণমেব" এই বুলি ঝাম্প দিলা। পাচে পদুমাৰ আগৰ পাও খোৰা গুচিল। পাচে বেদ সত্য জানি বৌদ্ধ সবে অন্তৰিবে লৈলা কাশী ৰাজাও লজ্জিত ভৈলা। পাচে শঙ্কৰাচাৰ্য্যে খড়্গ ধৰি বৌদ্ধক কাটি নিৰ্ম্মূল কৰিলা। পাচে কাশী ৰাজাকো বৰ্ণাশ্ৰম ধৰ্ম্মক দেখাইলা। পাচে বৌদ্ধৰ মুদ মেলি বেদ মূল শাস্ত্ৰ মানে আনি লোকতো বৰ্ণাশ্ৰম ধৰ্ম্মক দেখাই চতুৰ্থাশ্ৰম সন্ন্যাসক শ্ৰেষ্ঠ কৰি

দেখাইতে গিৰি পুৰি পৰ্ব্বত সৰস্বতী সাগৰ ভাৰতি এই প্ৰমুখে সন্ন্যাসীৰ দশ নাম দি বাৰাণসীৰ চাৰি-দিশ্নি চাৰি মঠ পাতিলা। এইৰূপে সদাশিৱে জন্ম লই বৌদ্ধক খণ্ডি লোকত বেদাচাৰ ধৰ্ম্ম ৰাখিলা। হেনয় হৰিহৰ মূৰ্ত্তিক বন্দি হৰি বোল হৰি।

যোঽ জনিধৰ্ম্মৰক্ষাৰ্থে জন্মশূন্যোঽপি শঙ্কৰঃ।
তস্মৈ বৌদ্ধবিখণ্ডায় নমো হৰিহৰাত্মনে ॥

ইতি সৎসম্প্ৰদায়কথায়াং বৌদ্ধখণ্ডনো নাম চতুৰ্থোঽধ্যায়ঃ।

—o—

# পঞ্চম অধ্যায়।

## পৰমহংস ধৰ্ম্ম প্ৰকাশ।

পাচে পৰমহংস ধৰ্ম্ম দেখাইতে ব্যাসক গুৰু লৈবে মনে মুৰাৰি ভট্টক সঙ্গে লই উত্তৰে চলি সৰস্বতীৰ তীৰে বৃক্ষমূলে ৰহিলা, তাতে ব্যাসে ছদ্মৰূপে আসি অনেক শাস্ত্র বাদ কৰিলা। দুইৰো ভঙ্গ জয় নাই দেখি ব্যাসে মুৰাৰি ভট্টক বোলে কাৰ ভঙ্গ কাৰ জয় কহ। ভট্ট বোলে—

"শঙ্কৰঃ শঙ্কৰঃ সাক্ষাৎ ব্যাসো নাৰায়ণস্তথা।
দ্বয়োৰ্ব্বিবাদসংপ্ৰাপ্তে কিঙ্কৰঃ কিম্বদিস্থতি॥"

এই শুনি ব্যাসে হাসি চিনা দিলা। শঙ্কৰাচাৰ্য্যক বোলে তুমি সদাশিৱ তোমাৰ গুৰু কেনে হৈবো। এখন তুমি দক্ষিণক চলা। দ্বাৰকাৰ সম্মুখত মাহুৰ নাম পৰ্ব্বত আছে। তাৰে গিৰি নাৰায়ণ শৃঙ্গত দত্তাত্রেয় গোসাঞি আছে। তাঙ্কে তুমি গুৰু কৰা যাই। এই ব্যাসৰ উপদেশে শঙ্কৰাচাৰ্য্যে দক্ষিণে যাই দ্বাৰকাৰ সমুখে মাহুৰ পৰ্ব্বত পাইল। তাৰ গিৰি নাৰায়ণ শৃঙ্গ অতি উচ্চ। লংঘিবে নাপাৰি শিষ্য সব তলে বসিলা। শঙ্কৰাচাৰ্য্যে একলে উঠন্তে কাপুৰ

পুথি হাতৰ কমণ্ডলু কটিৰ কপিন খসি খসি পৰিলা। তাকো নচাই উঠিল গই; পাচে শৃঙ্গৰ গহ্বৰে দিগম্বৰ পুৰুষ এক দেখি বোলে "কোভবান্ ?" দত্তে বোলে সৰ্ব্বত্ৰ এক; এই তান অভেদ বচন শুনি শঙ্কৰাচাৰ্য্যে প্ৰদক্ষিণে প্ৰণাম কৰি জ্ঞান পুচিলা। পাচে দত্তে আগে সন্ন্যাস মন্ত্ৰ স্মৰণ কৰাই পাচে পৰমহংস ধৰ্ম্ম কহিলা। পাচে শঙ্কৰাচাৰ্য্যে পুনু প্ৰণাম কৰি বোলে হে গুৰু এই ধৰ্ম্মক কলিত কোনে কোনে পালিবেক। দত্তে বোলে তুমি আগে বাৰাণসীত প্ৰৱৰ্ত্তাইবা পাচে বিষ্ণু অংশী কতো পাৰ্ষদাংশী কতো যোগেশ্বৰাংশী বহু মহন্ত অৱতৰি তোমাৰ এই ধৰ্ম্মক পালিবেক আৰু যাবচ্চন্দ্ৰ দিৱাকৰ তাবে কীৰ্ত্তি ৰহি, বেক। এই আজ্ঞা পাইলা। পাচে শঙ্কৰাচাৰ্যে দত্তক প্ৰণাম কৰি গিৰিনাৰায়ণ শৃঙ্গৰ নামি শিষ্য সমে বাৰাণসীক আসিলা। পাচে পৰমহংসধৰ্ম্মৰ মূলশাস্ত্ৰ গীতা ভাগৱত বেদান্তৰ মতে জ্ঞানক প্ৰধান কৰি টীকা ৰচিলা আৰু আনন্দগিৰি ও বেদান্তৰ ভাষ্যৰ টীকা ৰচিলা। এই দুই টীকাৰ মতে নিৰাকাৰ ব্ৰহ্মৰ ভক্তি প্ৰৱৰ্ত্তাইলা। আকে নিৰ্গুণ ভক্তি বোলে। পাচে বাৰাণসীৰ চাৰিদিশে

চাৰি যোগেশ্বৰক আচাৰ্য্য পাতিলা। পশ্চিমে ৰামানন্দ, উত্তৰে মাধবাচাৰ্য্য, পূৰ্ব্বে সদানন্দ, দক্ষিণে হৰিব্যাস। পাচে এই চাৰি যোগেশ্বৰে স্বকীয় স্বকীয় নাম ধৰ্ম্ম কৰি প্ৰৱৰ্ত্তাইলা। পশ্চিমে ৰামানন্দৰ প্ৰবৰ্ত্তনী--ৰাম নাম, ধৰ্ম্মমানসপূজা, কৰ্ম্মতীৰ্থাটন। উত্তৰে মাধবাচাৰ্য্যৰ প্ৰবৰ্ত্তনি—যুগল কৃষ্ণ-নাম, ধৰ্ম্ম আত্মা পৰিচয়, কৰ্ম্ম গুৰু পৰিচয়। পূৰ্ব্বে সদানন্দৰ প্ৰবৰ্ত্তনি—তিনি তাৰক-নাম, ধৰ্ম্ম-যাত্ৰা মহোৎসৱ, কৰ্ম্ম—সংকীৰ্ত্তন। দক্ষিণে বিষ্ণু শ্যামৰ প্ৰবৰ্ত্তনি নাম নাৰায়ণ, ধৰ্ম্ম ঈশ্বৰ পূজা, কৰ্ম্ম সদাচাৰ। এই ৰূপে চাৰি আচাৰ্য্যৰ প্ৰবৰ্ত্তনি চাৰিদিশে ভৈলা। পাচে শঙ্কৰাচাৰ্য্যে বহুকাল থাকি কৰিষাগ্নি কৰি ভৌতিক দেহ দহি বৈদ্যনাথত লয় গৈলা। দেখা বৰ্ণাশ্ৰম ধৰ্ম্মতো হৰি বিমুখৰ গতি নাই জানি-পৰম হংস ধৰ্ম্মতো হৰিভক্তি দেখাইলা। হেনয় কৃপাময় শঙ্কৰক স্মৰি হৰি বোল হৰি।

ব্ৰহ্মচাৰী গৃহী চৈব বান প্ৰস্থী যতিশ্চ বা।
বিনাবৈষ্ণৱসঙ্গেন নতৰন্তি ভৱাৰ্ণবং॥

ইতি সংসম্প্ৰদায়কথায়াং পৰমহংসধৰ্ম্ম প্ৰকাশো নাম
পঞ্চমোঽধ্যায়ঃ।

---

# ষষ্ঠ অধ্যায়।

## গীতাভাগৱতীয় টীকা প্ৰকাশ।

পাচে বাৰাণসীত গীতাৰ বহু টীকাৰ বহু সম্মত দেখি মহন্ত সবৰ সংশয় ভৈলা। পাচে বিষ্ণু অংশী শ্ৰীধৰ স্বামী মহন্তে চাই দেখে দামোদৰী টীকায়ে তিনিয়ো যোগক সমান কৰি কহিছে। ভাস্কৰী টীকাএ কৰ্ম্মক প্ৰধান পাতি কহিছে। ভাষ্যকাৰ টীকাএ জ্ঞানযোগক প্ৰধান কৰি কহিছে। ইহাতে বেদান্তৰ প্ৰমাণ আছে। তথাপি ভাস্কৰী টীকাএ সহিতে সম্মত ৰাখিতে কৰ্ম্মযোগত জ্ঞানযোগত বাদনুগুচে। ভক্তি যোগত কাৰো বাদ নাই জানি ভাষ্যকাৰ শঙ্কৰাচাৰ্য্যৰ মত আনন্দ গিৰিৰো মত। তাকো মতি অনুসাৰে লই ভক্তি যোগক প্ৰধান পাতি শ্ৰীধৰস্বামীয়ে সুবোধনী নামে গীতাৰ টীকা ৰচিলা আৰু সেই মতে ভাগৱতৰো টীকা ৰচিলা। পাচে জ্ঞানযোগী মহন্তে বোলে শঙ্কৰী টীকা বেদান্তৰ মত, সেই সে শ্ৰেষ্ঠ। ভক্তিযোগী মহন্তে বোলে

জ্ঞানপন্থে ভজন দুষ্কৰ, ভক্তি যোগে সুকৰ, শ্ৰীধৰী টীকাসে শ্ৰেষ্ঠ। কৰ্ম্মযোগী মহন্তে বোলে ভক্তিৰো মুক্ষ সাধন কৰ্ম্ম, ভাস্কৰী টীকা সে শ্ৰেষ্ঠ। কেতো বোলে তিনিয়ো যোগ প্ৰধান দামোদৰী টীকা সে শ্ৰেষ্ঠ। এইৰূপে সম্বাদ কৰি প্ৰণাম কৰি সকল টীকাকে গঙ্গাত ক্ষেপিলা। পাচে গঙ্গাদেবী ব্যক্ত হুই ডাইন হাতে শঙ্কৰী টীকাক তুলি লৈলা, বাম হাতে শ্ৰীধৰী টীকাক তুলি লৈলা। আনো টীকা সানে জলে ভাসিল। পাচে জ্ঞানযোগী সবে ধৰ্ম্মময়ী গঙ্গাৰ ডাইন হাতক শ্ৰেষ্ঠ বুলি শঙ্কৰী টীকাক আদৰিলা। ভক্তি যোগী সবে গঙ্গাদেবীৰ বাম হাত শ্ৰেষ্ঠ বুলি শ্ৰীধৰি টীকা আদৰিলা। পাচে সবে মহন্তে আলোচি স্ত্ৰী শূদ্ৰাদিক কৃপাএ শঙ্কৰী শ্ৰীধৰী টীকাৰ সাৰাৰ্থ চাই দেশ-ভাষা বন্ধে গীত পদ কৰি প্ৰৱৰ্ত্তাইলা। এতেকে স্ত্ৰী শূদ্ৰাদি যৱন পৰ্য্যন্তে কতো জ্ঞানপন্থে কতো ভক্তিপন্থে চলি হৰিপৰায়ণ ভৈলা, অদ্যাপিও কবিৰ অদ্ভুতাচাৰ্য্য কৃত গীতপদ প্ৰকাশ আছে। হে নৰনাৰীসব দেখা শিৱ বিষ্ণুৰ কেমন কৃপা। অল্পমতি লোকৰ বোধাৰ্থে শ্ৰীগীতা ভাগৱতৰ ব্যাখ্যা ৰূপে

টীকা প্ৰকাশিলা। হে নৰ শঙ্কৰশ্ৰীধৰ বন্দি হৰি বোল হৰি।

শঙ্কৰশ্ৰীধৰৌ বন্দে শিৱবিষ্ণুস্বৰূপিণৌ।
যাভ্যাং গীতাভাগৱতা ব্যাখ্যায়াভুৰিভাষিতং॥

ইতি সৎসম্প্ৰদায়কথায়াং গীতাভাগৱতীয় টীকা-প্ৰকাশো নাম ষষ্ঠোঽধ্যায়ঃ।



## সপ্তম অধ্যায়।

### চৈতন্য নির্ণয়।

এখন চৈতন্য গুৰুৰ ধাৰা কহি, তান চৰিত্ৰক কহোঁ শুনা। শঙ্কৰাচাৰ্য্যৰ শিষ্য সদানন্দ পূৰ্ব্বদিশৰ মূলগুৰু। তান শিষ্য চিবুকাচাৰ্য্য, তান শিষ্য পৰমাচাৰ্য্য, তান শিষ্য চতুৰ্ভুজ ভাৰতী, তান শিষ্য লক্ষ্মণ ভাৰতী, তান শিষ্য কমললোচন ভাৰতী, তান শিষ্য বিষ্ণু ভাৰতী, তান শিষ্য উদ্দান ভাৰতী, তান শিষ্য ৰসিক ভাৰতী, তান শিষ্য ৰসিকানন্দ ভাৰতী, তান শিষ্য বিশ্বভাৰতী, তান শিষ্য বিশ্বনাথ ভাৰতী, তান শিষ্য ভাৰতানন্দ ভাৰতী তান শিষ্য চকোৰানন্দ ভাৰতী, তান শিষ্য কাঞ্চনানন্দ ভাৰতী, তান শিষ্য বলৰাম ভাৰতী, তান শিষ্য সুত্ৰানন্দ ভাৰতী, তান শিষ্য সেৱকানন্দ ভাৰতী, তান শিষ্য কেশৱানন্দ ভাৰতী। এহিক্ৰমে কুৰিজন মহন্ত নামিলা। পাচে সদানন্দৰ পৰা চৈধ্য শং বৎসৰ অন্তৰে চৈতন্য নিত্যানন্দ দুই, কেশৱ ভাৰতীৰ শিষ্য

হুই পূর্ব্ব দিশে সৌমাৰ পর্য্যন্তে প্রেমমই ভক্তি-প্রৱর্ত্তাইলা। এতেকে পূর্ব্ব দিশৰ আচার্য্য চৈতন্য প্রখ্যাত ভৈলা আৰু এই দুইজন কৃষ্ণ বলৰাম আহিছে বুলি পদ্মপুৰাণ, নাৰদপুৰাণ, হৰগৌৰী সম্বাদৰো আদিতে কহিছে। তান জন্ম কর্ম্মতো ঈশ্বৰ হেন প্ৰমাণ আছে, তাক কহোঁ শুনা। নদি-য়াৰ জগন্নাথ মিশ্ৰৰ শচীভাৰ্য্যাত নিম্বৰ গোড়ে জন্মিলা এতেকে তাঙ্ক নিম্বদত্ত নাম দিলা। জন্মি তিনি ৰাত্ৰি তন পান নকৰে, দেখি মাৱে বহু খেদ কৰে। পাচে নিশাত স্বপ্ন দেখাই বোলে মাৱ কেনে শোক কৰস। তুমি অভক্ত কাৰণে তন পান নকৰো। এই তিনটি নাম অদ্বৈতাচাৰ্য্যৰ মুখে লৈবা, তেবে তন পান কৰিবো। এই স্বপ্ন দেখি প্ৰাতসে শচী মিশ্ৰসমে বালকক কোলে লই অদ্বৈতাচাৰ্য্যত স্বপ্নৰ কথা কহিলা। অদ্বৈতে বোলে নিশা মোকো স্বপ্নত তিনি নাম কৈছে। এই কহি শচীক শ্ৰৱণ কৰাই তিনি নাম দিলা। পাচে বালকে তন পান কৰিলে দেখি অদ্বৈতাচাৰ্য্যে বোলে নিম্ব-দত্ত মানুষ নহে, এন্তে ঈশ্বৰ। এই বুলি তান চৈতন্য নাম থৈলা। সেই দিনা ধৰি নদিয়াৰ লোকে

চাইবে আসি ঈশ্বৰ বোলে। পাচে সাত বৎসৰ হৈলে তান পিতা জগন্নাথ মিশ্র পৰলোক হৈলা। পাচে অদ্বৈতাচার্য্যে যজ্ঞোপবীতদি সার্ব্বভৌমৰ ঠাই পঢ়িবে দিলা। পাচে ব্রহ্মচর্য্য ধৰি অল্প কালতে বেদ-বেদাঙ্গাদি সকল শাস্ত্র পঢ়িলে দেখি সার্ব্ব-ভৌমে বোলে নিমাই মানুষ নুই, এন্তে ব্রহ্ম। পাচে একদিনা গঙ্গা গৈতে সার্ব্বভৌমৰ হাতৰ তিল তামী প্রবাহে ওটাইল দেখি নিমাইদন্তে আনিবে যাইতে তিনি খোজত তিনিটা পদ্ম উঠিল। তাতে পাও দিয়া যাই তিল তামী আনি দিলে, দেখি সার্ব্বভৌমক প্রভৃতি সাত ষষ্ঠী বিপ্রে বিস্ময় হুই বোলে নিমাই তুমি মানুষ নুই কোন কৰ্ঁা। এই শুনি নিমাই হাস্য কৰিলে। তান চতুর্ভুজ দেখি ঈশ্বৰ হেন সত্য মানি বিপ্রসবে গৃহাশ্রম এৰি তান সঙ্গ লই সঙ্কীর্ত্তন আৰম্ভিলা। ইহাকে নিমাইদন্তী সম্প্রদায় বোলে।

দিবিজা ভুবিজাশ্চৈব মনুজা ভক্তিৰূপিণঃ।
কলৌ সঙ্কীৰ্ত্তনন্নাম কৰিস্যন্তি দ্বিজালয়ে।

পাচে মহাপ্রভু লক্ষ্মীপ্রিয়া নামে উত্তম বিপ্রৰ কন্যাক বিহা কৰাই এক ৰাত্রি বঞ্চি গৃহাশ্রম ধর্ম্ম

দেখাইলা। পাচে অৰণ্যে যাই বৃক্ষমূলত বসি অন্ন জল তেজি বানপ্রস্থ দেখাইলা। পাচে চতুর্থা-শ্রম ধৰ্ম্ম দেখাইতে শ্ৰীকটোয়াল ঘাটে কেশৱ-ভাৰতীৰ ঠাই সন্ন্যাস লৈলা। সেই বেলা শচী মাৱে পুত্ৰক ফিৰাইবা নপাৰি অনেক বিলাপ কৰিলে। পাচে মহাপ্ৰভু তাস্তে সপ্রেমা ভক্তিৰো উপদেশ লভি গৌৰ অঙ্গ মুণ্ডিত মুণ্ড গলে কণ্ঠি হাতে গীতা ভাগৱত, কটিত কপিন এই বেশে চৈতন্য ভাৰতী নামে মহা মহন্ত ভৈলা।

মুণ্ডিতো দীৰ্ঘগৌৰাঙ্গস্ত্ৰিপথাতিৰসম্ভবঃ।
কলৌ সন্ন্যাসৰূপে বিহৰামি চৰামি চ॥

পাচে মহাপ্ৰভু নামৰ নিৰ্ণয়, সংকীৰ্ত্তন ধৰ্ম্মৰো নিৰ্ণয় কৰি, শৰণ ভজন,ভক্তি, শ্ৰৱণ, মনন,অধ্যাপন, শীল, শিক্ষা, স্বভাৱ, এই নৱ ভক্তিৰ লক্ষণ পাতি বতিশ শ্লোকৰ শৰণ পটল কৰিলা। পাচে অদ্বৈতা-চাৰ্য্য, নিত্যানন্দ, সাৰ্ব্বভৌম, লক্ষ্মী গদাধৰ, ৰামচন্দ্ৰ প্ৰমুখে চৌষষ্টি মহন্ত পাতি, সেই পটল ক্ৰমে দেশে দেশে শিষ্য ভজাইবে দিলা। পাচে মহাপ্ৰভু প্ৰতাপৰুদ্ৰ ৰাজাক তিনি নাম দিলা। অল্প বুলি অৱজ্ঞা কৰন্তে ৰাজাৰ গল বেঙ্কা ভৈলা। পাচে

চৈতন্যৰ পাৱে পড়িলা। পাচে প্ৰভু তাৰ বিশ্বাসৰ অৰ্থে মূল তিনি নামকে ষোল্ল নাম কৰি দিলা। তেৱে নামৰ বিশ্বাসে ৰাজাৰ গল ঠাৰু ভৈলা। পাচে মহাপ্ৰভু বৃন্দাৱনে জাই অগ্নিতলা গ্ৰামত সৰ্কীৰ্ত্তন আৰম্ভিলা। তৈতে ৰাজাসৱে তাঙ্ক মঠ দেৱালয় বান্ধি দিলা। সেই বেলা অদ্বৈতাচাৰ্য্য, শিৱ-ৰাম, চৈতন্য দাস, এই সবে চৈতন্যৰ ব্ৰহ্মচৰ্য্য গৃহাশ্ৰম, বানপ্ৰস্থ, সন্ন্যাস, শচীবিলাপ, বৰ্ণাই গৌৰচন্দ্ৰনাম গীত ৰচিলা, আৰু জগাই মাধায়ে অষ্টাদশ অঙ্ক ৰচিলা। পাচে তান মহিমা শুনি একাবৰৰ পাৎচাএ ডিল্লিপাটে নিয়াই অনেক পৰীক্ষা কৰিলা। তাতে তান চতুৰ্ভুজ ৰূপ দেখি ঈশ্বৰ মানি হৰিভক্ত হৈলা। পাচে পাৎচা একশত গীতে চৈতন্যক বৰ্ণাই স্তুতি কৰিলা। তাৰে প্ৰথম গীত ঃ—

ৰাগ-কানাড়া।

"জি জি জি মেৰা লাল গোৰা।
আপহি নাচে আপহি ৰসভোৰা॥
খোল কৰতাল বাৱত ধিকি।
ভাৱে ভক্তনত লাছত নিকি॥

কহে আকবৰ ভকতি ভিখাৰি।
চৈতন্য গোসাঞিকে যাঁও বলিহাৰি।”

পাচে মহাপ্ৰভু তৈৰ পাৰা আসি কৰতিয়াৰ তীৰে ৰহিলা। পাচে যেখন ৰাজা নৰনাৰায়ণ দুই উপৰ দেশৰ পৰা অনেক লোকক নমাই আনি শঙ্কৰক গোমস্তা পাতি ৰাজ্য বসাইবে দিছে মাত্ৰ, তেখনে চৈতন্য ভাৰতী প্ৰভু মাধৱ দৰ্শনে মণিকুটে আসিলা। বৰাহকুণ্ডৰ উপৰে গোফাত বহি মাধৱ দৰ্শন হৈল; পাচে ৰত্নেশ্বৰ বিপ্ৰক শৰণ লগাই ভাগৱত পঢ়াই ৰত্ন পাঠক নামদি মাধৱৰ দ্বাৰত ভাগৱত পঢ়িবে দিলা আৰু যাত্ৰা মহোৎসৱ সঙ্কীৰ্ত্তন কৰ্ম্মকো মাধৱৰ দ্বাৰত প্ৰৱৰ্ত্তাইলা। পাচে মহাপ্ৰভু পৰ্শু কুঠাৰে যাই নামৰ নিৰ্ণয় লেখি ব্ৰহ্মকুণ্ডত স্নান কৰি উলটি আসি সেই গোফাতে ৰহিলা। পাচে মাণ্ডৱীৰ কণ্ঠভূষণক আৰু কবিশেখৰক, কণ্ঠাহাৰ কন্দলিক শৰণ লগাই ভাগৱত পঢ়াইলা। পাচে হাতে বীণা ধৰি কৃষ্ণ নাম গাই নাৰদৰ শ্ৰেষ্ঠা দেখাইলা। সেই বেলা দামোদৰে মাধৱ দেখিতে মণিকুটে যাই তাঙ্ক দেখি দুৰ্ল্লভ লাভ ভৈলা বুলি প্ৰণাম কৰি বোলে হে মহাপ্ৰভু মই দৰিদ্ৰ ব্ৰাহ্মণে কিছো

আশীষ মাগোঁ। চৈতন্যে বোলে কেন মতে তুমি দাৰিদ্ৰ ভৈলা। দামোদৰে বোলে স্বদেশৰ পৰা নামি আহন্তে তাঁতিমৰাত নৌকা বুৰি সৰ্ব্বস্ব উটিল; তিনটি প্ৰাণী ঝাজিত ধৰি দিগম্বৰে তৰিলোঁ। পাচে শঙ্কৰে বস্ত্ৰ তিনিখানি পৰিধান কৰাই নিকটে ৰাখিছে। পাচে চৈতন্যে বোলে হে দামোদৰ নশ্বৰ বস্তুত খেদ নকৰ। তুমি ঈশ্বৰৰ পাৰ্ষদ। লক্ষ্মীৰ কোপে গৌতমৰ বংশত জন্মিছা। পুনু তান বৰে তিনি পীঠত পূজ্য হুই নিজ ঐশ্বৰ্য্যকে পাই এই ৰহস্য কই তাঙ্ক তত্ত্বজ্ঞান দি উড়েষাক গৈলা। লক্ষ্মী বাক্যং :—

"বৎস গচ্ছ দ্বিজো ভূত্বা কলৌ মণিময়াচলে।
নাৰদানুগ্ৰহেণৈব জ্ঞানলব্ধেহ স্থাস্যতি॥
কামৰূপে হয়গ্ৰীবে মাধবাচলসন্নিধৌ।
নাৰদাভিৰূপেণৈব তস্মৈ জ্ঞানমদাৎ পুনঃ॥"

পাচে দামোদৰে প্ৰভু চৈতন্যক প্ৰণাম কৰি আসি শঙ্কৰত বাৰ্ত্তা কই কচুবাড়ী গ্ৰামে ৰহিলা। পাচে নিত্যানন্দৰ শিষ্য মুকুন্দৰাম ব্ৰহ্মচাৰী মণি-কুটে আসি চৈতন্য গোফাতে থাকি অনন্ত-কন্দলিক, হৰিদেৱ সন্তদেৱক, যাদবেন্দ্ৰ পুৰিক, ৰামদাসক,

শৰণ লগাই ষোল্ল নাম দিলে। পাচে কতো দিন থাকি সুযুম্নাৰ পন্থে-প্ৰাণ বাহিৰৰা ইচ্ছায়ে ধাৰণা ধৰিলে ; তাতে উৰ্দ্ধে নিৰোধ হুই প্ৰাণবায়ু বাঝ হুই মণিকুটে লয় গৈলা। হে নৰ নাৰী সব দেখা কৃষ্ণ চৈতন্যে বলো নিত্যানন্দ সঙ্গে অৱতৰি বৰ্ণাশ্ৰম ধৰ্ম্মক দেখাই পূৰ্ব্বদিশে সপ্ৰেমা ভকতি প্ৰচাৰিলা। হেনয় কৃপালু গুৰুক প্ৰণামি হৰিবোল হৰি।

বৰ্ণাশ্ৰমধৰ্ম্মমাদৌ প্ৰথয়ন্ ভক্তিমন্ততঃ।
চতুঃষষ্টি মহদ্ভিৰ্য্যোবাতনোত্তত্ত্বমাত্মনঃ॥
অদ্বৈতে দ্বয়ীতা নাস্তি নিত্যানন্দোৰসালয়ঃ।
আনন্দঘন কল্লোলী চৈতন্যোজগদীশ্বৰঃ॥

ইতি সৎসম্প্ৰদায়কথায়াং চৈতন্য নিৰ্ণয়োনাম
সপ্তমোহধ্যায়ঃ।



# অষ্টম অধ্যায়।

## দামোদ্দৰ সম্প্ৰদায়।

এখন দামোদৰী সম্প্ৰদায়ৰ প্ৰস্তুত কহোঁ শুনা। শ্ৰীশঙ্কৰে পূৰ্ব্বে দামোদৰ মুখে চৈতন্যৰ বাৰ্ত্তা শুনি দেখিবে ইচ্ছা আছিল ; বিষয় ব্যগ্ৰে নাপাইল। পাচে ৰামৰায় বড়ুৱাক গোমস্তা পাতি ৰামৰাম গুৰু সমে মণিকুটে গৈলা। পাচে মাধৱদৰ্শন হুই ৰত্নপাঠ-কৰ মুখে ভাগৱত শুনি বোলে হে ৰত্নপাঠক, এহি শাস্ত্ৰ ইঠাইত কোনে প্ৰৱৰ্ত্তাইল। পাঠকে বোলে শ্ৰীচৈতন্য মহাপ্ৰভু প্ৰৱৰ্ত্তাইল। শঙ্কৰে বোলে এখন প্ৰভু চৈতন্য কত আছে। পাঠকে বোলে এই গোফাতে আছিল ; এখন যাই ওড়েষাত আছে। এই শুনি শঙ্কৰে ৰামৰাম গুৰু সহিতে পশ্চিমে চলি ওড়েষাক গৈলা। পাচে ঠাকুৰ দৰ্শন হুই চৈতন্যৰ মঠৰ দ্বাৰে গৈলা। তাতে ব্ৰহ্মহৰিদাসে দেখি বোলে তোৰা দুই কৈত থাকা। শঙ্কৰে বোলে আমি পূৰ্ব্বদেশী কায়স্থ, এন্তে ৰামৰাম

ব্ৰাহ্মণ ; মহাপ্ৰভুক দেখিতে চাওঁ। ব্ৰহ্মহৰিদাসে বোলে এখন মহাপ্ৰভু ব্ৰতী, সম্ভাষণা নকৰে, কমনে দেখিবা। যদি দেখিতে চাৱঁা কিছো বিত্ত ভাঙ্গি কীৰ্ত্তন আৰম্ভা। কীৰ্ত্তনৰ লোভে ওলাইতে দেখিবা। এই শুনি শঙ্কৰে বিত্ত ভাঙ্গি কীৰ্ত্তন আৰম্ভিলা, পাচে মহাপ্ৰভু তাতে ওলাই বহু মহন্তৰ মধ্যত দুই প্ৰহৰ নৃত্য কৰি অলক্ষিতে গৈলেক। পাচে শঙ্কৰে তাঙ্ক লক্ষিবে নপাৰি পুনু হৰিদাসত পুচিলা, বোলে হে ব্ৰহ্মহৰিদাস প্ৰভুক চিনি নাপাইলো, তান কি লক্ষণ। হৰিদাসে বোলে প্ৰভুৰ ৰূপ গৌৰাঙ্গ, মুণ্ডিত মুণ্ড, গলত কণ্ঠী, হাতে জপ-মালা, কটিত কপিন,মুখে হৰিবোল, প্ৰেমে বিভোল, এহি লক্ষণ। তাঙ্ক দেখিতে আউৰ উপায় কহোঁ। যেখন প্ৰাতসে ঠাকুৰৰ জলশঙ্খ বাদ্য হয়, তেখনে দ্বাৰ মেলে। সেহি বেলা মহাপ্ৰভু সাগৰ স্নানে যাই। সেহি বেলা দ্বাৰতে থাকি দুয়ো অৱশ্যে দেখিবা। এহি শুনি শঙ্কৰে ৰামৰাম গুৰু সহিতে প্ৰাতসে যাই দ্বাৰতে ৰহিল। পাচে জলশঙ্খ বাদ্য হৈল, কপাটো মৈলিল। সেহি সময়ে চৈতন্যো কমণ্ডলু লই দ্বাৰৰ ওলাই ৰামৰামৰ মাথে উঝট লাগিল ; তাতে

মহাপ্ৰভু চাৰি নাম উচ্চাৰিল। সেই তান মন্ত্র ভৈলা। পাচে সাগৰত স্নান কৰি ফিৰি আহন্তে তান স্বৰূপ দেখি পাৰৰ খোজে প্ৰণাম কৰি ব্ৰহ্মহৰিদাসক বোলে গুৰু তোমাৰ প্ৰসাদত প্ৰভুক দেখিলো, জন্ম সাফল ভৈল। এখন এইখানি প্ৰভুত পোচা, কলিত কাত ভক্তি ৰহিবেক আৰু সি দেশত বা হৰিৰ নাম কোনে দিবেক। এহি শুনি হৰিদাসে চৈতন্যত পুচিলে বোলে মহাপ্ৰভু পূৰ্ব্বদেশী দুই প্ৰাণী আসি কাতৰে পুচিছে বোলে কলিত কাত ভক্তি ৰহিবেক; আমাক বা কি আজ্ঞা কৰে; সিদেশত হৰিৰ নাম কোনে দিবেক। এহি শুনি চৈতন্যে বোলন্ত হে ব্ৰহ্মহৰিদাস, ভক্তি প্ৰেম-ৰস উচ্চত নৰহে নামত ৰহে। এতেকে নিষ্কিঞ্চন জনত ভক্তি ৰহিবেক। হেৰ দেখাওঁ; এহি বুলি কমণ্ডলুৰ জল গহ্বৰে ঢালিল। পাচে উচ্চে নবহি জল নামে বহিল; আৰু বোলন্ত সিদেশক গৈতে শঙ্কৰক জানি। সি বৰ মনুষ্য, তাঙ্ক আমাৰ এই আজ্ঞা, আমাৰ শিষ্য কণ্ঠভূষণৰ মুখে ভাগৱত শুনি শঙ্কৰে গীত পদ কৰিবেক আৰু গজপতি ৰায় পুৰুষোত্তমে কৰা সাতশ শ্লোকৰ নামমালিকা-

খেনিৰ ঘোষা কৰিবেক আৰু ৰামৰাম বিপ্ৰকো জানি, তাঙ্ক এই আজ্ঞা যি চাৰি নাম পাইছে তাকে ব্ৰহ্মবুলি ধৰিবেক আৰু এই বত্ৰিশ শ্লোকে শৰণ পটল খানি ৰামৰামে নি মোৰ শিষ্য দামোদৰৰ হাতত দিবেক ; সেই পটল ক্ৰমে সি দেশত হৰিৰ নাম দিবেক ; এই আমাৰ আজ্ঞা কই পঠায়া। পাচে ব্ৰহ্মহৰিদাসে ওলাই আসি চৈতন্যৰ এই সকল আজ্ঞাকে শঙ্কৰত ৰামৰামতো কই শঙ্কৰকো দিলে নামমালিকা, ৰামৰামক দিলে শৰণপটল খানি। পাচে দুখানি দবনাৰ মালাদি দুইকো পঠালে। পাচে শঙ্কৰে ৰামৰাম গুৰু সহিতে চৈতন্যৰ মঠক প্ৰদক্ষিণে প্ৰণামি, পুনু ঠাকুৰকো প্ৰণামি তান প্ৰসাদ নিৰ্ম্মাল্য লই কামৰূপে ৰামৰায় বৰুৱাত সকল বাৰ্ত্তা কই পাটবাউসীত গৃহ বান্ধি প্ৰতিমা থাপিলা। পাচে কণ্ঠ-ভূষণক আনি ভাগৱত প্ৰসঙ্গ পাতি দামোদৰক বাৰ্ত্তা দিলা। পাচে দামোদৰে তাক যাই নৰহে দেখি, শঙ্কৰে বোলে হে গুৰু তুমি নৰহা কি কাৰণে। ই দেশত হৰিৰ নাম দিবাক, চৈতন্যৰ আজ্ঞা তোমাক হৈছে। দামোদৰে বোলে গোমস্তা আতা আমাৰ তিনটি প্ৰাণীক কোনে পুষিবেক ;

শঙ্কৰে বোলে মহাপ্ৰভু পুষিবেক। এই শুনি দামোদৰ প্ৰসঙ্গে বসিলা। পাচে ৰামৰাম গুৰু নি তান হাতে শৰণপটল খানি দিলে, দামোদৰে চৈতন্যক প্ৰণাম কৰি লই চাব মেলি চাই দেখে ভূৰ্জ্জপত্ৰত লেখি দিছে ; ব্ৰাহ্মণক চাৰি নাম, শূদ্ৰক তিনি দিবাক আজ্ঞা কৰিছে আৰু বত্ৰিশ শ্লোকে কৈছে নৰলক্ষণ নভৈলে ভক্তি নৰহে আৰু লক্ষনাম জপিলেসে গুৰু শিষ্যক তাৰিবে পাৰে। নাপাৰি শিষ্যৰ খাইলে এক গোটা চাউলে আঠমোণৰ ভাৰ হোৱে। এই সব আজ্ঞা বিচাৰি লই পুনু চৈতন্যক প্ৰণাম কৰি মাথে লৈল। দেখা শিবাংশী শঙ্কৰে গোমস্তাৰূপে ৰাজ্য পাতি বৈদেশীৰূপে শ্ৰীচৈতন্যৰ আজ্ঞা আনি দামোদৰত অৰ্পি ধৰ্ম্মকো পাতিলে। হেনয় শঙ্কৰ কীৰ্ত্তিক স্মৰি হৰিবোল হৰি।

চৈতন্যাদেশমানীয় গুৰৌ দামোদৰেঽৰ্পয়েৎ।
ৰামেণ শঙ্কৰো ধীমান্ তস্য কীৰ্ত্তিং স্মৰাম্যহং ॥

ইতি সৎসম্প্ৰদায়কথায়াং দামোদৰসম্প্ৰদায়ো, নামাষ্টমোঽধ্যায়ঃ ॥

## নৱম অধ্যায়।

### ভক্তি প্ৰকাশ।

পাচে কণ্ঠভূষণে ভাগৱত কহে শ্ৰীশঙ্কৰে গীত পদকৰে, তাকে শুনি আনন্দ পাই গড়ুৰধ্বজ ঠাকুৰীয়া প্ৰভৃতি অনেক লোকে প্ৰসঙ্গত আসি বসে। দেখি শঙ্কৰে বোলে হে ঠাকুৰীয়া, ভক্ত নভৈলে শ্ৰৱণ বিফল। দামোদৰ গুৰুত উপদেশ লৈয়া ভক্ত হৱা। এই শুনি ঠাকুৰীয়া প্ৰমুখে সকল লোকে দামোদৰত শৰণাপন্ন হৈল। তাৰে পৰদিনা শ্ৰীশঙ্কৰৰ পিতা কুসুম দলইৰ শ্ৰাদ্ধত শঙ্কৰে দামোদৰক আহুত কৰি নিলা, ৰাত্ৰি ভোজন কৰাইবাক পাসৰিলে; দৈবাত দামোদৰো লঙ্ঘনে ৰহিলা। পাচে সেই নিশাত ঈশ্বৰে স্বপ্নত শঙ্কৰক ঠাকুৰীয়াকো বেতে কোবাই বোলে উঠ্ উঠ্ মোত কেনে ভক্তি

কৰস ; মোৰ তনু দামোদৰ ক্ষুধাই ৰহিল ; মঞি বৰ দুখ পাইলো। এই দেখি প্ৰাতসে উঠি দুয়ো ভোজনৰ দ্ৰব্যাদি দিয়া দামোদৰক ভোজন কৰাই বোলে হে গুৰু দামোদৰ, তুমি ক্ষুধাএ ৰহিলা কাৰণে ঈশ্বৰে নিশা স্বপ্নত চেতাঁইচে ; তোমাত ঈশ্বৰ সাক্ষাতে আছে। তুমি তুষ্ট ভৈলে ঈশ্বৰো তুষ্ট। বিপ্ৰ মুখে ভুঞ্জে। বিপ্ৰেসে ঈশ্বৰ তনু। বিপ্ৰ-পাদোদকে গঙ্গা ; বিপ্ৰ-সেবাসে শূদ্ৰৰ সদাচাৰ ; সেবা নভৈলে শ্মশান প্ৰায় ; বিষয়ত বৰ ভৈলেও শূদ্ৰ আমি বিপ্ৰৰেসে দাস। আজি আমাৰ প্ৰমাদত অপৰাধ হৈল। তাক ক্ষেমি বন্ধুবৰ্গক উপদেশ দিয়া। দামোদৰে বোলে হে গোমস্তা আতা, সকল দিনে তুমিসে পুষিছা ; এক দিনা নাপাইলো বুলি আমাৰ কি অসন্তোষ আছে। এই বুলি দুইকো আশীষ কৰিলা। পাচে শঙ্কৰৰ পুত্ৰ ভাৰ্য্যা সবাকো শৰণ কৰাই তিনি নাম দিলা আৰু তান ভাতৃ ৰামৰায় বড়ুৱাকো, কেহোৰায় বড়ুৱাক, কমললোচনক, ৰঙ্গাচৰণক, হৰিচৰণক, প্ৰভৃতি সগোষ্ঠিকে শৰণ লগাই তিনি নাম দিলা ; পাচে কপিল মুনিক, শ্ৰীকৃষ্ণক, কৃষ্ণদেৱক, ভগৱানক, নাৰায়ণমিশ্ৰক, বংশীগোপালক, আধাৰ-

যদুমণিক, শঙ্কৰ্ষণক, গোপালমিশ্ৰক, সৰু গোপালক, ভাগৱত মিশ্ৰক, সনাতন দেৱক ১২ শৰণ কৰাই চাৰি নাম দি শৰণ-পটল ক্ৰমে শিষ্য ভজাইবে দিলা। কবিৰত্নক শৰণ লগায়া চাৰি নাম দিয়া লগতে ৰাখিলা। পাচে মনোহৰ আতাকো তিনি নাম দিলা; পাচে দামোদৰৰ এই প্ৰৱৰ্ত্তনি শুনি যাদৱেন্দ্ৰপুৰি,সন্তদেৱ,হৰিদেৱ, অনন্ত কন্দলি,ৰামদাস এই পাঞ্চজনে বাদ কৰিবে মনে পাটবাউসীক আসি বোলে হে দামোদৰ চৈতন্যৰ ষোল্ল নাম নেদি কেনে তিনি নাম, চাৰি নাম দিয়া। দামোদৰে বোলে মহা প্ৰভুৰ নিৰ্ণয় তিনি নামেসে; প্ৰতাপৰুদ্ৰ ৰাজাৰ বিশ্বাসৰ অৰ্থে ষোল্ল নাম কৰি দিছে। তিনি নামে সে মূল; ব্ৰহ্ম নাম সমে চাৰি। এইৰূপে প্ৰভুৰ আজ্ঞা হৈছে; হয় নহয় ইদেশৰ কণ্ঠভূষণত পোচা; সিদেশৰ কথা গোমস্তা আতাত পোচা; এহি শুনি পঞ্চোজনে কণ্ঠভূষণত শঙ্কৰতো পুচি সজাঁত যাই মুকুন্দৰামে দিয়া ষোল্ল নাম এৰি, পাচে দামোদৰক গুৰু মানিয়া নামৰ নিৰ্ণয় লৈল। পাচে দামোদৰে পটলদি সবাকে শিষ্য ভজাইবাক দিলা। পাচে অনন্ত কন্দলি মাত্ৰ গুৰুভাৰ নলৈল। এহিৰূপে শ্ৰীদামোদৰে

পটলদি সবাকে শ্ৰীচৈতন্যৰ আজ্ঞা বলে বাৰ মহন্ত পাতি কাম, সৌমাৰ দুয়ো পীঠত ভক্তি প্ৰৱৰ্ত্তাইলা। হেনয় কৃপালু দেৱ দামোদৰক প্ৰণামি হৰি বোল হৰি।

যো ভক্তিমাতনোৎসদ্ভির্ব্বাদশৈঃ কৃপয়া নৃণাম্।
তং বন্দে নিত্যমানন্দদায়কং পৰমং গুৰুম্॥

ইতি সৎসম্প্ৰদায়কথায়াং
ভক্তিপ্ৰকাশো নাম
নৱমোঽধ্যায়ঃ।

# দশম অধ্যায়।

## মাধৱনির্য্যাণ।

এখন দামোদৰে যিৰূপে কাম সোমাৰ দুই পীঠত ভক্তি প্ৰৱৰ্ত্তাই পাচে ৰত্নপীঠত ভক্তি প্ৰকাশ কৰিলে তাৰ প্ৰসঙ্গ কহোঁ শুনা। একদিনা মাধৱ আতাই কতোটি ছাগ কিনি লই পাটবাউসীক চাপিল। তাতে শঙ্কৰে দেখি বোলে হে বড়াৰ পো, কলিত কেনে হিংসা ধৰ্ম্ম কৰা। এই ছাগে পৰলোকত তোমাকে দুখ দিবেক; এহি হিংসা ধৰ্ম্ম এৰি হৰিক ভজা। এই শুনি অনেক বাদ কৰি বাদে ঘাটি মাধৱে ছাগ সৱক এৰিদি বোলে আৰ হিংসা ধৰ্ম্ম এৰিলো; ভক্তিৰ উপদেশ দিয়াঁ; শঙ্কৰে বোলে দামোদৰত উপদেশ লৱা। মাধৱে বোলে দামোদৰ কঙ্গাল আৰু মূৰ্খ। শঙ্কৰে বোলে তবে ৰামৰাম গুৰুতে লৱা, মাধৱে বোলে তেহোঁ কৰ্ম্মকাণ্ডী ব্ৰাহ্মণ; শঙ্কৰে বোলে তবে মঞি শূদ্ৰ কেনে উপদেশ দিম; ভাল ভাল তবে মোৰ সঙ্গে থাকি এই নামমালিকাৰ ঘোষা কৰাঁ, এই বুলি নাম-

মালিকা দিলা। পাচে মাধৱে তাৰ আগ পাছ চাই বোলে মঞিও সমস্তে পাইলো আৰু আমাক কিছো উপদেশ নালাগে। এই বুলি শঙ্কৰক প্ৰণাম কৰি সাতশ শ্লোকৰ সাতশ ঘোষা কৰিলেক। যোগেশ্বৰ চৈতন্যৰ নিৰ্ণয়, নাম, সন্তসেৱা, ৰহস্য তত্বকো বৰাই কৰি নলই ঘোষাকে সাৰ মানি ৰৈলা। ইহাৰ আখ্যান পাচে কহিম। এখন শঙ্কৰৰ আখ্যান শুনা। কণ্ঠভূষণৰ গৃহে গৈয়া হৰিদেৱৰ মুখে কিছু দিন ভাগৱত শুনি আছিল। পাচে বৰদোৱাক যাই ৰাম সৰস্বতীৰ মুখে ভাৰত পুৰাণৰ পদ কৰাই আপুনিয়ো কিছো কৰিলা। নাৰাণ গোৱিন্দ প্ৰমুখে বাৰজন আতাক ৰামৰামৰ ঠাই শৰণ লগাই সেই পদক পাচে প্ৰৱত্তাইৱে দিলে। এই সকল কথা ৰাজাত লগাই কৈলে বোলে শঙ্কৰে ব্ৰাহ্মণক সেৱা কৰাই। এইশুনি ৰাজা নৰনাৰাণে শঙ্কৰক ধৰি নিয়াই সুধিলে; শঙ্কৰে বোলে মহাৰাজ মই ব্ৰাহ্মণৰ দাস, কেনে তান সেৱা লৈবো। ব্ৰাহ্মণৰ পদজল যিঠাইতে পৰে তাৰ সমিপে থাকিবে যোগ্য নহয়। চাৰিয়ো জাতিৰ ব্ৰাহ্মণেসে গুৰু। আমি কেনে গুৰু হৈবোঁ; মিচা কহে। পাচে ৰাজাও সাখীতো সুধি দায় নাপায়

বোলে শঙ্কৰে মোৰ চাকৰি কৰ। শঙ্কৰে বোলে তোমাৰ চাকৰ ৰাম ৰায় ভাই আছে। মই বিদেশী হলোঁ, এখন কেনে চাকৰি কৰো। এই বুলি ৰাজা আনন্দ পাই বাৰ কাৰণে অনেক গীত পদ কৰি গুণ-মালা কৰি ৰাজাক দেখালে; ৰাজা চাই হাসি বোলে শঙ্কৰ হৰি পাগলা হৈল চাৰিয়া দেও; পাচে তাতে বাৰ হাজাৰায় বোলে আমাৰ ৰাজ্যৰ যি খাইছে দিয়া জাউক; শঙ্কৰে বোলে মঞি উদাসীন কিছো নাই। কৈত টকা পাব; তভো যদি নামানা আমাক তোমৰা বিক্রি কৰি লোৱা। পাচে বাৰ হাজাৰায় উপহাস কৰি ভোটত বিকিব নিলে, ভোটে দেখি বোলে দেৱমানুষ আমাৰ গাৰি কুৰিয়ে নাপাৰিবেক; এই বুলি শঙ্কৰক ভোটে এৰি দিলে দেখি বাৰ হাজাৰায়ো এৰি আসিল। পাচে শঙ্কৰে মনাহ পাৰ হই কাকত-কুটাৰ ঘাটে গৈল; তৈৰেপৰা শঙ্কৰে বাৰজনা আতাক বুলি পঠালে বোলে আৰ মঞি সিদেশে নাজাঞ। দামোদৰ গুৰু আছে তোৰাসবে তেওঁৰ প্রৱৰ্ত্তনি ধৰি থাকিবা। এই আজ্ঞা শুনি কতো কতো আতাসবে দামোদৰতে জপনাম কৰমালা লৈল; কতোবে মাধব আতব প্রবর্ত্তনি ধৰিল; এতেকে শঙ্কৰী

দামোদৰীৰ ভেদ নাই ; মাধৱৰ পৰা ভেদ হৈল। তাক কহোঁ শুনা। কাকত-কুটাৰ ঘাটতে শঙ্কৰ পৰলোক হৈল। পাচে মাধৱ আতা বৰপেটাক আসি বোলে ঈশ্বৰ পুৰুষে কেৱল ধৰ্ম্ম মোকেসে দি গৈল, এই বুলি ভনিপুৰীয়া গোপালক শিষ্য কৰি নাম ঘোষা দিলে, গোপালে দিলে শ্ৰীৰামক ; শ্ৰীৰামে তিনিশ ঘোষাদি হাজাৰী ঘোষা কৰিলে ; তাৰে তিনিশৰ মূল নাই। সাতশৰ মূল নামমালিকা আছে, যাক বুৰি ঘোষা বোলে। তাকো গজপতি ৰাই কৰা। চৈতন্যে শঙ্কৰক দিয়া হেন নকহে, শঙ্কৰে বেদ বিচাৰি আনিছে বুলিসে কহে। এই প্ৰৱৰ্ত্তনি বৰাই কৰি কৰিলে। পাচে ইদেশৰ লোকে ভাৰ ভেটি দামোদৰক দিয়ে, শিষ্য ভজে ; মাধৱৰ ভিতিকে নাযাই দেখি বোলে মূৰ্খ ব্ৰাহ্মণৰসে সকল পূজা ভৈলা, আমাৰ কিছো নভৈলা। এই অসূয়া মনে ভাৱনা আৰম্ভিলে ; তাকো লোকে চাইবাহে যাই ; ভাৰ ভেটি নেনে দেখি পাচে কপট ভাৱ পাতিলে। ৰহস্যত অবোধ লোকক ঈশ্বৰৰ চিহ্ন চক্ৰ দেখাই আপুনি ঈশ্বৰ বোলাইবে, ধৰিলেক। এই কথা গৰুড়ধ্বজ ভট্টে শুনি, দূৰ্ল্লভ দাসক ৰহস্যে

পঠাই তাৰ কপট ভাৱ সাজ খড়ম সবক চোৰ কৰাই আনি চাই ৰাজা ৰঘুদেৱত কৈলে। ৰাজা শুনি ধৰি আনিবে দিলে। এই বাৰ্ত্তা পাই মাধৱ দাসে নৌকাত চৰি পলাই যাই ঘৰশিয়া কোচৰ বাৰিত লুকাই ৰল। পাচে ৰঘুদেৱে তাক নাপাই ভকতক ধৰি দণ্ড কৰি সত্ৰ পুৰি গুচাইলে। পাচে মাধৱৰ এই দুশ্চৰিত্ৰ কথাকে দামোদৰতো লেটাই কামেশ্বৰ সন্ন্যাসী, বাগীশ ভট্টে লক্ষ্মীনাৰায়ণ ৰাজাত লগাই বেহাৰে নিয়াইলে ; তৈতে দামোদৰক ৰাজা অনেক পৰীক্ষা কৰি চাহিলা। চাহি শুদ্ধাচাৰ দেখি তান্তে উপদেশ লই ভক্ত ভৈলা। ৰাজাৰ সাক্ষাতে তৈতে সত্ৰপাতি দিয়া দামোদৰক বেহাৰে ৰাখিলা। পাচে মাধৱদাসে যাই কাতৰে দামোদৰত পৰি বোলে গুৰু ৰাজাতকই মোকো এখন এই দেশেতে ৰাখা। দামোদৰে বোলে তোমাৰ দুশ্চৰিত্ৰ বাদে মঞিও ইদেশ পাইলো, ঐতো জানো তুমি ঈশ্বৰ ভাৱ দেখোৱা মাধৱে বোলে গুৰু আৰ নটৰ বৃত্তি নকৰো। এই শুনি দামোদৰে ৰাজাত কই মাধৱ দাসক নৰহৰি ডেকাৰ গ্ৰামে মধুপুৰত বসাইলে। পাচে তাতো কিছো দিন থাকি মাধৱ

দাসে ফিৰি চতুৰ্ভুজ দেখাব ধৰিলে। পাচে নৰহৰি ডেকাই লক্ষ কৰি চাই মিচা পাই ৰাজাত কৈলা। ৰাজা শুনি বোলে বেটা একবাৰ ৰইল,—ইবাৰ কাটিবো বুলি ধৰি নি জামাই মাধৱকে অনাই বাদ কৰিবাক দিলে। পাচে তাঞো বেদান্তিক পণ্ডিত, অঙ্কবিদ্যাতো নিপুণ, এই জানি মাধৱে বোলে কালি-বিহানে বাদ কৰিম। এই বুলি সেই নিশা অপবস্তু খাই আত্মঘাত কৰিলে। পাচে বিহানে ৰাজা শুনি বোলে বেটা মাধৱদাস মোৰ খাণ্ডা আপুনি লৈল, বেটা ভূত হৈবেক, নগৰৰ বাজ কৰি পেলায়। এই শুনি মধুপুৰীয়া ভকতে ৰহস্যে সূচি দি তাৰ তালু বিন্ধি দেখাই বোলে মহাপুৰুষে কলিৰ ব্ৰাহ্মণৰ লগে বাদ হেন দেখি মূৰ্দ্ধাস্ফোট কৰি প্ৰাণ চাড়িলে। এই বুলি তাৰ পায় ধুয়াই জল হাণ্ডি ভৰাই ঘোৰাঘাটে দাহ কৰিলে। এই বুলি কামেশ্বৰ সন্ন্যাসী, বাগীশ ভট্ট, দামোদৰে বোলে কি অকাৰ্য্য কৰিলে। আমাৰ লোকে মধুপুৰীয়াক নুচুবি। মধুপুৰীয়ায়ো বোলে আমিয়ো বামুনীয়াক নোচোঁ। আৰে পৰা দুইৰো ভকতৰ খোৱা চোৱা গুচিল। পাচে ৰাজা লক্ষ্মী-নাৰাণে মাধৱৰ নাতিনী দময়ন্তীক কাঢ়ি নি জাতি

মাৰি পাটেশ্বৰী পাতিলে । পাচে নিৰঞ্জন ডেকাও শাশুআকত বাদ পৰি আপুনি শিশ্ন কাটি মৰিল । এইৰূপে দামোদৰ গুৰুক বৈৰ ভাব কৰি মাধৱ দাস সবংশে নির্য্যাণ ভৈল । হেনয় দামোদৰ গুৰুক প্ৰণাম কৰি হৰিবোল হৰি ।

মহামহিমসন্মৌলিং বন্দে দামোদৰং গুৰুং ।
যস্মিন্নৈৰানুবন্ধেন বিপন্নো মাধৱো গতঃ ॥
শ্ৰীশঙ্কৰে গতে পশ্চাৎ দামোদৰজিগীষয়া ।
অসন্মার্গমুপাশ্ৰিত্য সবংশো মাধবো হতঃ ॥

ইতি সৎসম্প্ৰদায়কথায়াং মাধৱনির্য্যাণো নাম
দশমোঽধ্যায়ঃ ।

# একাদশ অধ্যায়।

## দামোদৰী সম্প্ৰদায় প্ৰকাশ।

এখন দামোদৰে তিনি পীঠত চাৰি আচাৰ্য্য পাতি যি ক্ৰমে পাতিলে তাক শুনা। পাচে দেৱ দামোদৰে বলদেৱক পুত্ৰ বোধে ৰাখি, ৰত্ন পীঠত আচাৰ্য্য পাতিলা। পাচে আধাৰ যদুমণি সমে বংশী গোপালক সৌমাৰ পীঠৰ আচাৰ্য্য পাতি পঠাইলা। কামপীঠৰ দক্ষিণে সন্তদেৱক, উত্তৰে ভগৱানক, মধ্যত কবিৰত্নক আচাৰ্য্য পাতিলা। পাচে শ্ৰীকৃষ্ণ দেৱে সহিতে কবিৰত্নদেৱৰ কন্দল ভৈল। এই বাৰ্ত্তা বলোৰাম বৈৰাগীৰ মুখে বেহাৰে দামোদৰে শুনি বোলে যি জনে মোক মনৰ প্ৰিয় বস্তু দি তুষ্ট কৰে তাক সত্ৰত পাতিম। এই কথা বলোৰাম বৈৰাগীত কৈ পঠাইলা। পাচে শ্ৰীকৃষ্ণদেৱে অনেক উপায়ন বস্তু দি পঠাইলে; কবিৰত্নদেৱে কথাভাগৱত ৰচি দিলে। পাচে দামোদৰে লক্ষ্মীনাৰাণ ৰাজাৰ আগত কথাভাগৱত মেলি চাই, এই মোৰ শাশ্বত প্ৰিয়বস্তু, আতে সন্তুষ্ট ভৈলো। শ্ৰীকৃষ্ণ ভাতিজাৰ দিয়া

অশাশ্বত বস্তু; এই বুলি কবিৰত্নদেৱক ভাগৱত-ভট্ট নাম দি ফিৰি বলোৰামকে পঠাই পাটবাউসীত মালাদি থাপিলে। পাচে শ্ৰীকৃষ্ণদেৱে অপমান কৰি তৈৰ পৰা গৈল। এইৰূপে চাৰি দিশৰ চাৰি আচাৰ্য্য ঢোঙ্কাচল হৈলা; বাৰ মহন্তে ভৈল কেশাচল, ভাগৱত ভট্ট ভৈল মধ্যত মেৰুগিৰি প্ৰায়। প্ৰৱল হই পুনু বাৰজন মহন্ত পাতি দামোদৰৰ প্ৰৱৰ্ত্তনি বহু প্ৰকাশ কৰিলা। পাচে সৌমাৰ দেশত অভক্তীয়া অসম ৰাজা হুই, ভক্ত বৈষ্ণৱক দুখ দিয়ে দেখি ভয়তে সবে মহন্ত অন্তৰিল। পাচে ৰাজাৰ চৰিয়ায় বিচাৰি ফুৰন্তে কামৰূপত বৰ মুকুন্দক পালে। তাঞি নিত্যানন্দৰ শিষ্য; তাঞিকে মৌনী মুকুন্দ বোলে; পাচে তান হাত পায়ে ৰাজাৰ চিহ্ন দেখি চৰিয়ায় যাই ৰাজাত কৈলে। ৰাজা শুনি বোলে বিদেশী মহন্ত ভৈল; আমাৰ দেৱ কামাখ্যা দেখিব লাগে; এই বুলি ছল কৰি উজাই নি গড়গ্ৰামত কাটিলে। পাচে তান দেহৰ পৰা দুগ্ধ স্ৰৱিল। সৌমাৰ পীঠত সাত দিন কম্পি আছিল। অভক্তীয়া ৰাজাও বৰ হোলোঙ্গাত ধৰি বোলে মুকুন্দ ইবাৰ মোক ৰাখা হিন্দুৰ দেৱ আছে বুলি নাজানো। এই

বুলি বৰ ভীত ভৈল। সেই বেলা বংশী গোপালদেৱ লোহিত্যৰ কাষে হাবিত পলাই আছিল; তাতে গোবিন্দঠাকুৰে মগনীয়া ব্ৰাহ্মণৰূপে ভিক্ষা খুজিবাক গৈলা। বংশী গোপালে দেখি বাহা বিচাৰি, চাৰি মুঠি চাউল দি চৰিয়া বুলি পাচে পাচে গৈল। পাচে পন্থত দেখে নাই। পাচে বংশী গোপালে নিশ্চয় কৰিবে নাপাৰি শঙ্কিত ভৈল। পাচে সেই নিশান্ত গোবিন্দঠাকুৰে স্বপ্ন দেখাই বোলে বংশী গোপাল, ভিক্ষুকৰূপে মঞি দিনত গৈছিলো। তঞি আৰ ভয় নকৰিবি। পাচে সেই নিশা ৰাজাকো স্বপ্ন দেখাই বোলে মোৰ গোপালক দুখ দিয়স যদি, তোক নেৰিম। এই স্বপ্ন ৰাজা দেখি প্ৰাতেসে উঠি বোলে হিন্দুৰ-দেৱ গোপাল বামুন কৈত আছে নিৰ্ভয় দি বিচাৰিঁ আন। পাচে চৰিয়াই যাই লোহিত্যত বিচাৰি পাই নিৰ্ভয় দি আনিব ধৰিলে; পাচে বংশীগোপালে আউনিহাটীক পাই আৰ উজাই নাহে। পাচে ৰাজা তৈতে সত্ৰ বান্ধি দি পাতিলে। পাচে বংশী গোপালক বালিৰ পৰা তুলি আনি সত্ৰত থাপিলে। পাচে স্বৰ্গ ৰাজাও বংশীগোপালৰ ঠাই শৰণ লৈ ভক্তীয়া হৈল। পাচে আধাৰ যদুমণি প্ৰমুখে আনো

মহন্তসবক পুত্ৰ কৰি ৰাখিলে। পাচে বৈকুণ্ঠে পয়ান কৰিতে পাঠেক গোসাঞিক পাতি গৈল দেখি বনমালীদেৱে অপমান কৰি বেহাৰে যাই দেৱ দামোদৰত কৈল। দামোদৰে বোলে তুমি ঠাকুৰ দ্বাৰে যাই ভাগৱত পঢ়ি আহা। এই আজ্ঞা শুনি ঠাকুৰ দ্বাৰে যাই অল্পকালতে ভাগৱত পঢ়ি পুনু বেহাৰে যাই দেৱ দামোদৰক ভাগৱত শুনাইলে; পাচে দামোদৰে ভাগৱতত নিপুন দেখি বোলে বনমালী তুমি শুকদেৱ আসিছা কিন্তু গোপালৰ পো নহৱা মোৰহে পো; এই বুলী চূটক বনমালী নাম দি সৌমাৰ দেশৰ দ্বিতীয় আচাৰ্য্য পাতি পঠাইলা। পাচে বনমালীদেৱেও দেৱ দামোদৰৰ আজ্ঞাএ আসি দক্ষিণ-পাটত সত্ৰ কৰি জয়ধ্বজ, চক্ৰধ্বজ প্ৰমুখে ৰাজা সবক ভক্ত কৰাইলা। সেই দিনৰ পৰা হৰিভক্ত হুই ৰাজা সবে দেৱ দেৱালয় সভা প্ৰতিপাল কৰি সুখে ৰাজ্যভোগ কৰি আছে। হে নৰনাৰী সব দেখা চৈতন্যৰ চৌষষ্টি মহন্তৰ মধ্যত মুখ্য দামোদৰ হুই ভান বৰে তিনি পীঠত পূজ্য হুই ভক্তিকল্পতৰু প্ৰাই ভৈল। এতেকে আগে চৈতন্যে ৰুইল, শঙ্কৰে পালিল, শিষ্য প্ৰশিষ্যৰূপে স্কন্ধ শাখা

বাঢ়ি তিনি দেশ জুৰিল.; এনয় বাঞ্চিত ভক্তি ফল-দায়ক কল্পতৰুপ্ৰায় দামোদৰক বন্দি হৰি বোল হৰি।

চৈতন্যৰোপিতং পূৰ্ব্বং শঙ্কৰেণ চ পালিতং।
ভক্তিকল্পতৰুং বন্দে শ্ৰীদামোদৰসদ্‌গুৰুং॥
সম্প্ৰদায়কথা হ্যেষা প্ৰাক্তনি শিষ্ট সম্মতাং।
সতাং ভ্ৰান্তিনিৰাশায় ময়াত্ৰ বিবৃতীকৃতা॥

ইতি শ্ৰীকবিৰত্নবিৰচিতায়াং সৎ-সম্প্ৰদায়কথায়াং দামোদৰী সম্প্ৰদায়প্ৰকাশো নামৈকাদশোঽধ্যায়ঃ।

অন্ত।